# বিপ্লৱী-বীৰ



বন্দে মাতৰম্ বন্দে মাতৰম্
সুজলাং সুফলাং মলয়জ শীতলাম্
শস্য শ্যামলাং মাতৰম
বন্দে মাতৰম্ ।
... .... .... ...
শুভ্ৰ জ্যোৎস্না পুলকিত যামিনীম
ফুল্ল কুসুমিত দ্ৰুমদল শোভিনীম্
সুহাসিনীম্ সুমধুৰ ভাষিণীম্
সুখদাম বৰদাম মাতৰম্ ।
সুখদাম বৰদাম মাতৰম্
বন্দে মাতৰম্ ॥

শ্ৰীসৰ্ব্বানন্দ পাঠক






# অৰ্পণ

গোলোকধামত বাসকৰা—

৺গোলক চন্দ্ৰ পাঠক

নমস্য পিতৃদেৱৰ

দুখানি চৰণত

অভাগা পুত্ৰৰ

গভীৰ আন্তৰিকতাৰে উপচি পৰা

সামান্য—

ভ

ক্তি

অ

ৰ্ঘ্য

## —চৰিত্ৰ—

### —মুনিহ—

| | |
|---|---|
| লক্ষীসিংহ— | কল্পনা ৰাজ্যৰ ৰজা |
| অজিতসিংহ— | ঐ ঐ সেনাপতি |
| সুদৰ্শন— | ঐ ঐ সেনাপতি |
| প্ৰশান্তসিংহ— | ঐ ৰাজপুত্ৰ |
| বীৰচিং — | বিপ্লৱী চৰ্দ্দাৰ |
| ৰূপচিং— | ঐ সহকাৰী |
| মোহনচিং— | ঐ সহকাৰী |
| অনাথ— | গাৱলীয়া মানুহ |

চাওদাং বৰুৱা, বৈদ্য, গুপ্তচৰ, দূত, বিৰয়া, কুলী, গুৰুদেৱ ইত্যাদি।

### —তিৰোতা—

| | |
|---|---|
| মায়া— | অনাথৰ কন্যা |
| লীলা— | অজিতসিংহৰ ভাৰ্য্যা |
| হীৰা— | বিপ্লৱী চৰ্দ্দাৰৰ কন্যা |

---



# বিপ্লৱী-বীৰ

(অসমীয়া ৰেল-কৰ্ম্মী সকলৰ দ্বাৰা আমিনগাঁওত
তিনিবাৰ অভিনীত)

### —প্ৰথম অভিনয়—

[১২।৭।৪৮ ইং সোমবাৰ নিশা]

কাৰ্য্যকাৰকঃ—

পৰিচালক ও সম্পাদক—চমিৰুদ্দিন আহমদ।

সঙ্গীত ও নৃত্য—লিখক।

পোহৰ-সংযোজক—শ্ৰীযুত হৰেন্দ্ৰ চন্দ্ৰ দাস।
শ্ৰীযুত সুৰেন্দ্ৰ চন্দ্ৰ ৰায়।
শ্ৰীযুত গিৰেন্দ্ৰ লাল দে।

সাজ-সজ্জা— শ্ৰীযুত পঙ্কজ কুমাৰ ভৌমিক।
শ্ৰীযুত পীযুষকান্তি ভৌমিক।

মঞ্চ-সম্পাদক— শ্ৰীযুত হৰেন্দ্ৰ চন্দ্ৰ দাস।

### —ভাৱৰীয়াসকল—

| | |
|---|---|
| লক্ষীসিংহ— | শ্ৰীযুত সুৰেন চন্দ্ৰ দাস, আমিনগাঁও। |
| অজিতসিংহ— | চমিৰুদ্দিন আহমদ, চামতা। |
| সুদৰ্শন— | শ্ৰীযুত বাসুদেৱ দাস, চেচামুখ। |
| প্ৰশান্তসিংহ— | "লিখক" |
| বীৰচিং— | শ্ৰীযুত যোগেশ্বৰ শইকীয়া, নগাওঁ। |
| ৰূপচিং— | শ্ৰীযুত চানাৰাম তামুলী, নাৰপাৰা, ৰঙ্গিয়া। |

মোহনচিং— শ্ৰীযুত মহেন্দ্ৰ নাথ দাস, বগুৰীহাটি, নলবাৰী।

অনাথ— শ্ৰীযুত মহেন্দ্ৰ নাথ দাস, " "

চাওদাং বৰুৱা — শ্ৰীযুত শৰৎ চন্দ্ৰ দে, আমিনগাওঁ।

বৈদ্য— শ্ৰীযুত মহেশ্বৰ নাথ, সৰভোগ।

গুপ্তচৰসকল— শ্ৰীযুত শ্ৰীপতি শীল ও মহেশ্বৰ নাথ।

বিষয়া— শ্ৰীযুত বাসুদেব দাস।

কুলী— শ্ৰীযুত শ্ৰীপতি শীল, বগুৰীহাটী, নলবাৰী।

গুৰুদেৱ— শ্ৰীযুত চানাৰাম তামুলি, নাৰপাৰা, ৰঙ্গিয়া।

মায়া — শ্ৰীযুত প্ৰসন্ন শীল, বগুৰীহাটি নলবাৰী

লীলা— শ্ৰীযুত ভবেন চন্দ্ৰ দাস, আমিনগাওঁ

হীৰা— শ্ৰীযুত উপেন্দ্ৰ চন্দ্ৰ শীল, বাইজানি নলবাৰী

প্ৰশান্তসিংহৰ ভাওত—লিখকে এটি পদক আৰু
হীৰাৰ ভাওত— শ্ৰীযুত উপেন্দ্ৰ চন্দ্ৰ শীলে এটি পদক উপহাৰ
পাইছে।

---



আমিনগাওঁত অসমীয়া ৰেল কৰ্ম্মচাৰী সকলৰ দ্বাৰা প্ৰথম
অভিনয়ৰ নিশা নাটখনিৰ বাবে ক্ষুদ্ৰ লিখকক:—
এটি সোণৰ পদক আৰু এটি ৰূপৰ পিয়লাৰে
উৎসাহিত আৰু গৌৰবান্বিত কৰা—

# —বিপ্লবী-বীৰ—

[ পাচ অঙ্কীয়া কাল্পনিক নাট ]


লিখক—

## শ্ৰীসৰ্ব্বানন্দ পাঠক এম্ আই এস্ এ

বৰপেটা, দলাহাটি



১ম তাঙৰণ

১৯৪৯ চন




মূল্য—১৸৶০
[ এটকা চৈধ্য অনা মাত্ৰ ]

## প্ৰণেতাৰ কথা

সাহিত্য জগতৰ মই ক্ষুদ্ৰ নাগৰিক। লৰা কালৰে পৰা মোৰ অভিনয় নাচ-গান ইত্যাদিত বৰ ৰাপ আৰু অসমীয়া প্ৰায় নাট মই অভিনয় কৰি দৰ্শক সমাজৰ পৰা আশীৰ্ব্বাদ নিৰ্ম্মালি পাই নিজকেই ধন্য মানি আহিছো। মোৰ কেইজনমান বন্ধুৰ উদগণিত এই নাট লিখিবলৈ আৰম্ভ কৰোঁ। মোৰ বন্ধু মঃ চমিৰুদ্দিন আহমদ্ আৰু শ্ৰীযুত হৰেন্দ্ৰ চন্দ্ৰ দাসৰ চেষ্টাত নাটখন লিখা শেষ হোৱাৰ লগে লগে প্ৰথম অভিনীত হয় আৰু দৰ্শক সমাজৰ আশীৰ্ব্বাদ নিৰ্ম্মালি পায়। দৰ্শক সমাজে আগ্ৰহ কৰাৰ কাৰণে কিছুদিন পিচতেই পুনৰ দ্বিতীয়বাৰ আৰু তৃতীয়বাৰ অভিনীত কৰা হয়। প্ৰথমতে নাটখনৰ নামাকৰণ কৰা হৈছিল "এটি আঙঠি" কিন্তু ইয়াৰ ভাব-ভঙ্গী চাই সকলোৰে বিচাৰ মতে "বিপ্লবী-বীৰ" নামে ছপা কৰা হল। ছপা কাৰ্য্যত কিছুমান ভুল-ভ্ৰান্তি ইত্যাদি মাননীয় শ্ৰীযুত মাধৱ কাকতিয়ে শুধৰাই দি সকলো প্ৰকাৰে উৎসাহ দিয়া বাবে আৰু উপৰোক্ত বন্ধুদ্বয়ৰ সহৃদয় সহযোগিতাৰ বাবে লিখক তেওঁলোকৰ ওচৰত চিৰঋণী। নাটখনত চেক্‌চপেয়াৰৰ মেকবেথৰ আৰু অসমীয়া নীলাম্বৰ নাটৰ কিছু ভাব সুমাই দিয়া হ'ল। ৰাইজৰ সেৱাৰ কাৰণে বিপ্লবী-বীৰক অতি আগ্ৰহেৰে নাট্যামোদী সকলৰ ওচৰলৈ পঠোৱা হ'ল। তেওঁলোকে তাক ৰঙ্গমঞ্চৰ ৰূপালী প্ৰদীপত ৰাইজৰ ওচৰত থিয় হিবলৈ সুবিধা দিলে লিখকৰ শ্ৰম সাৰ্থক হব।

ইতি—
ৰাইজৰ আশীৰ্ব্বাদ ভিক্ষাৰী
শ্ৰীসৰ্ব্বানন্দ পাঠক

## প্ৰগ্ৰাম বা দৃশ্য-সূচী

### প্ৰথম অঙ্ক

১ম দৰ্শন— আৰতি নৃত্য
২য় দৰ্শন— গুৰুদেৱ, প্ৰশান্ত
৩য় দৰ্শন— প্ৰশান্ত মায়া, অনাথ
৪ৰ্থ দৰ্শন— অজিৎসিংহ, লীলা, লক্ষীসিংহ
৫ম দৰ্শন— মায়া, অনাথ, বৈদ্য
৬ষ্ঠ দৰ্শন— প্ৰশান্ত, মায়া, অজিৎ

### দ্বিতীয় অঙ্ক

১ম দৰ্শন— বীৰচিং, মোহনচিং, ৰূপচিং, বিষয়া, কুলী
২য় দৰ্শন— অজিতসিংহ, লীলা, সুদৰ্শন, লক্ষীসিংহ,
৩য় দৰ্শন— অনাথ, মায়া, চাওদাং, দূত
৪ৰ্থ দৰ্শন— অজিত, সুদৰ্শন, লক্ষীসিংহ, গুৰুদেৱ, প্ৰশান্ত, চাওদাং, দূত, অনাথ, মায়া

### তৃতীয় অঙ্ক

১ম দৰ্শন— হীৰা, বীৰচিং, মোহনচিং, ৰূপচিং
২য় দৰ্শন— মায়া, চাওদাং, চন্তৰী
৩য় দৰ্শন— অজিত, লীলা, ১ম গুপ্তচৰ, ২য় গুপ্তচৰ, লক্ষীসিংহ

### চতুৰ্থ অঙ্ক

১ম দৰ্শন— প্ৰশান্ত, ১ম গুপ্ত, ২য় গুপ্ত
২য় দৰ্শন— প্ৰশান্ত বীৰচিং, হীৰা

৩য় দর্শন — অজিতসিংহ, লীলা,
৪র্থ দর্শন— লক্ষীসিংহ, লীলা,
৫ম দর্শন— অজিত, লীলা, চাওদাং বৰুৱা, নৰ্ত্তকী সকল
৬ষ্ঠ দর্শন— হীৰা, প্রশান্ত
৭ম দর্শন— মায়া, চাওদাং. লীলা, অজিত দূত

## পঞ্চম অঙ্ক

১ম দর্শন— প্রশান্ত, হীৰা ৰূপচিং, দূত
২য় দর্শন— বীৰচিং. প্রশান্ত, ৰূপচিং, সুদর্শন,
৩য় দর্শন— অজিতসিংহ, বীৰচিং, সুদর্শন, প্রশান্ত, সৈনিক সকল
৪র্থ দর্শন— লীলা, অজিতসিংহ. বীৰচিং,
৫ম দর্শন— মায়া, প্রশান্ত. হীৰা ।

—আঁৰকাপোৰ—




# বিপ্লবী-বীৰ

## প্রস্তাবনা

### প্রথম দৃশ্য

[এটি ওখ টিলা পাহাৰৰ ওপৰত ভাৰত মাতাৰ প্রতিমূর্ত্তি
হাতত স্বাধীন ভাৰতৰ জাতীয় পতাকা। কেই-
জনীমান নর্ত্তকীয়ে আৰতি নৃত্যৰে ভাৰত
মাতাক শ্রদ্ধাঞ্জলি জ্ঞাপন কৰে।
মাতৃৰ আশীর্ব্বাদ লৈ
নৃত্য ভঙ্গিমাৰেই
প্রস্থান কৰে ]

দৃশ্য পট

# প্ৰথম অঙ্ক

## দ্বিতীয় দৃশ্য

### গুৰুদেৱৰ ঘৰ

(আগত এটা বন্তি জ্বলি থাকে। প্ৰশান্তই গীতা পাঠ কৰে)

[ গুৰুদেৱ, প্ৰশান্ত ]

প্ৰশান্ত— ধৰ্ম্মক্ষেত্ৰে কুৰুক্ষেত্ৰে সমবেতা যুযুৎসবঃ
মামকাঃ পাণ্ডবাশ্চৈব কিমকুৰ্ব্বত সঞ্জয় ॥
সঞ্জয় উবাচ :—
দৃষ্ট্বা তু পাণ্ডবানীক ; ব্যূঢ়ং দুৰ্য্যোধনস্তদা
আচাৰ্য্যমুপসঙ্গম্য ৰাজা বচনমব্ৰবীত ॥

[ হাতত ধনু-কাড় লৈ গুৰুদেৱৰ প্ৰবেশ ]

গুৰুদেৱ—কোৰৱ !

প্ৰশান্ত— গুৰুদেৱ [ প্ৰণাম জনাই ]

গুৰুদেৱ—এতিয়া তুমি নিশ্চয় শ্ৰীমদ্ভাগবদ্গীতা খনিও সম্পূৰ্ণ আয়ত্ত কৰি লব পাৰিছা। কালি মই শিকাই দিয়া মতে এতিয়া তোমাৰ ধনুবিদ্যাৰ দক্ষতাৰ পৰীক্ষা লওঁ। এই লোৱা [ কুমাৰৰ হাতত ধনু-কাড় দি ] বাৰু সৌ উৰি যোৱা চৰাইটিক কাঁড় লগাব পাৰিবানে ?

প্ৰশান্ত— চেষ্টাকৰি চাও গুৰুদেৱ ! বোধহয় পাৰিম।

[ কাড় ওপৰলৈ মাৰে আৰু অলপ পিচতেই কাঁড়ে বিন্ধা চৰাই এটা আগতে পৰেহি ]



গুৰুদেৱ—ধন্য, ধন্য, ধন্য তোমাৰ লক্ষ্য। আশীৰ্ব্বাদ কৰো অৰ্জ্জুনৰ গাণ্ডিৱ তোমাৰ হাতলৈ আহক।

প্ৰশান্ত— আপোনাৰ আশীৰ্ব্বাদ সত্য হওঁক। গুৰুদেৱ ! মোৰ এই ঠাইখন বৰ ভাল লাগিছে। ইয়াৰ দৃশ্য দেখি মই নিজেই আপোন পাহৰা হওঁ। সৌ পৰ্ব্বতৰ গছবিলাকৰ সেউজীয়া পাতবোৰে কেনেকুৱা স্বৰ্গৰাজ্যৰ সৃষ্টি কৰিছে। নদীৰ পাৰৰ বিনন্দীয়া গছ বিলাকত বিহগ-বিহগীয়ে নৃত্যগীত কৰিছে। হিয়াবিমোহন কুলু কুলু সুৰেৰে সাগৰক লক্ষ্য কৰি তটিনী বৈ গৈছে। যিপিনেই চাওঁ সেইপিনেই ৰূপ লাৱণ্যৰ জিলিকনি। অ' —আপোনাক কবলৈ পাহৰিছো, কালিলৈ মই সৌ অলপ দূৰতে থকা অৰণ্যখনলৈ চিকাৰ কৰিবলৈ যাম বুলি ভাবিছো। মাত্ৰ আপোনাৰ আদেশ পালেই হয়। ইয়ালৈ আহি বহুদিন চিকাৰ কৰিবলৈ যোৱা নাই।

গুৰুদেৱ— বাৰু ! কালিলৈ পুৱাতে ৰাওণা হবা। কিন্তু গধূলীৰ আগতেই ঘূৰি আহিব লাগিব।

প্ৰশান্ত—বাৰু।

গুৰুদেৱ—বলা এতিয়া, বেলি হৈ আহিল। নদীত গা ধুই আহি অলপ কিবা খোৱাৰ ব্যৱস্থা কৰোগৈ, কালিলৈ তৰ্ক শাস্ত্ৰৰ অলপ আভাস দিব লাগিব।

[ দুয়োৰো প্ৰস্থান ]

# তৃতীয় দৃশ্য

## নদী

[ প্ৰশান্ত, মায়া, অনাথ ]

[ হাতত ধনু কাড়-লৈ প্ৰশান্তই ছুটা হৰিণা খেদি লৈ আহে। হৰিণ দৌৰি পলাই অদৃশ্য হয়। প্ৰশান্তই তীৰ লগাব নোৱাৰি ব্যৰ্থ মনোৰথ হয় ]

প্ৰশান্ত— আজি মোৰ মন—প্ৰাণ কিবা যেন এটা আকুলতাই আৱৰি পেলাইছে। ইমান চেষ্টা কৰিও এটি হৰিণাৰ গাতে কাড় লগাব পৰা নাই। সৌ শ্যামল বননিত সুন্দৰ হৰিণ হৰিণী দুটাই কেনেকৈ গাতে গা লগাই কোমল দুবৰি বনবোৰ খাব লাগিছে। মাজে মাজে দুয়ো দুয়োৰো ফালে সতৃষ্ণ নয়নেৰে চাই থাকে। কি বিশ্ববিমোহন দৃশ্য! ইচ্ছা হয়, মইয়ো যেন সিহঁতৰ লগতেই উমলি ফুৰি আত্মহাৰা হৈ ভগবানৰ বিনন্দীয়া সৃষ্টিৰ শোভা বঢ়াম।

[ মায়াৰ দূৰত গীত শুনা যায় ]

কোনে গীত গায়? অ'—সেইজনী কোনোবা ৰূপহী কাষত কলহ লৈ গীত গাই গাই পানী নিবলৈ আহিছে।

[ আকৌ গীত শুনা যায় ]

ইমান সুন্দৰী? ইমান ৰূপৱতী মইতো ভগবানৰ সৃষ্টিত কেতিয়াও কতো দেখা নাছিলো। ওচৰ পালেহি। বাৰু! অলপ আতৰ হৈ দূৰৰ পৰা সৌন্দৰ্য্য উপভোগ কৰো। ( আতৰ হয় )



( নৃত্য ভঙ্গিমাৰে গীত গাই গাই কাষত কলচ লৈ মায়াৰ প্ৰবেশ )

[ তাল দাদৰা ]

মায়া— ফুলে ফুলে মৌ চুমি
ৰঙতে ভ্ৰমে ভোমোৰা।
গোলাপ পাহিতে পৰি, চুমি ৰস ঘূৰি ঘূৰি
কয় কাণে, প্ৰিয় বাতৰি
প্ৰেমাতুৰ ক'লাভোমোৰা।
গুণ গুণ ৰবে কয় তুমি মোৰ বুলি হায়
লাজেৰে গোলাপে মেলে
নয়ন চুমে ভোমোৰা॥

[ বতাহ লাগি মাজে মাজে ৰিহাৰ আচল খহি খহি যায় ]

নিলাজী পবনে আজি কিয়,
ৰিহাৰ আচল মোৰ,
দিয়ে উদঙাই বাৰে বাৰে?
আপোন যৌৱন চাই,
হলো যে বলিয়া মই।
নোকোৱা কথাটি কবলৈ
প্ৰাণ মোৰ কান্দি উঠে কিয়?

[ এনেতে এটা সাপে মায়াৰ ফালে খেদি আহে। মায়াই চমক খাই চিঞৰি উঠে ]

সাপ! সাপ!! কোন আছা! কোন আছা!! ৰক্ষা কৰা! ৰক্ষা কৰা!!

[ দৌৰিবলৈ চেষ্টা কৰি উজুটি খাই পৰে আৰু কলহটো ভাঙি যায় ]

[প্ৰশান্তই তৎক্ষণাৎ ওলাই আহি ]

প্ৰশান্ত— ভয় নাই ! ভয় নাই !!
এই চোৱা হ'ল দ্বিখণ্ডিত [ কাড় মাৰে ]
এই চোৱা হ'ল ত্ৰিখণ্ডিত [ কাড় মাৰে ]
কোন তুমি নবীন যুবতী ? কিবা নাম তব ? দিয়া পৰিচয় । উঠ ! উঠা !! ভয় নাই আৰু ।

মায়া— [ উঠি লাজতে তলমূৰ কৈ ] মোৰ নাম মায়া । মাতৃ মোৰ হইছে বিয়োগ । সংসাৰত মোৰ, আছে মাথো পিতা । কোন আপুনি নবীন যুবক ? জীৱ দান দিলে মোৰ আজি । [স্বগতঃ] কোন এই সুন্দৰ যুবক ? যেন সাক্ষাত শ্ৰীকৃষ্ণ মূৰতি, ঘোপমৰা অন্ধকাৰত তিৰবিৰ বিজুলীৰ দৰে, মোক চমক লগালে । মই যেন তেওঁৰ মুখলৈ চাই থাকিম ।

প্ৰশান্ত— নীৰব হলা কিয় ? কৰবাত আঘাত পাইছা নেকি ? বলা, মই তোমাক তোমাৰ ঘৰৰ ওচৰলৈ আগ বঢ়াই থৈ আহো । [ স্বগতঃ ] উঃ কি অনুপম ৰূপ !—যেন স্বৰ্গৰ পৰা অকস্মাতে ইন্দ্ৰৰ শচী পৃথিবীত নামিল । মোৰ হিয়াখনি যেন আবেগেৰে ভৰপূৰ হ'ল । [ কুটাই ] মায়া !

মায়া— ক—ও—ক [ চাৰিও চকুৰ মিলন হয় ]

প্ৰশান্ত— অহ্ কি কও বুলিছিলো—পাহৰিলো ··· ······ ।

মায়া— আপুনি আজি মোক প্ৰাণ ভিক্ষা দিলে । নহলে মোক সাপে দংশিলে হেতেন ।

প্ৰশান্ত— নহয় ! মায়া ! মই নহয় ! ভগবানেহে প্ৰাণ ভিক্ষা দিলে ।

মায়া— [ লাজ কৰি ] তেনেহলে আপুনিয়েই মোৰ ভগবান।



প্ৰশান্ত— মায়া ! মানুহৰ জীৱন ৰহস্যময় । মানুহ মানুহৰ নিমিত্তে, এইয়ে মানব ধৰ্ম্ম ; তুমিও হয়তো এদিন মোৰ বা আন কোনোবাৰ মৃত্যুমুখী জীৱন ৰক্ষা কৰিবলৈ ভগবানৰ পৰা নিৰ্দ্দেশ পাবা ।

মায়া— কি মহান ।—আপোনাৰ পৰিচয় ?

প্ৰশান্ত— মহাৰাজ লক্ষীসিংহৰ একমাত্ৰ পুত্ৰ মই । মোৰ নাম প্ৰশান্ত সিংহ । থাকো গুৰুদেৱৰ লগত । আহিছিলো চিকাৰ কৰিবলৈ ।

মায়া— আপোনাৰ উপকাৰ মই জীৱনত পাহৰিব নোৱাৰো । সৌ কোনোবা এজন এইফালে আহিব ধৰিছে । বোধ হয় মোৰ পানী নিয়াত পলম হোৱাৰ কাৰণে দেউতা আগবাঢ়ি আহিছে । আপুনি যাওক । দেউতাই এইদৰে আমাক দেখিলে কিবা সন্দেহ কৰিব পাৰে । কালিলৈ আকৌ চিকাৰলৈ আহিব । ইয়াত বৰ ভাল চিকাৰ পোৱা যায় ।

প্ৰশান্ত— মায়া ! মায়া !! [ মায়াৰ ফালে ঘূৰি চাই চাই আতৰ হয় । মায়ায়ো প্ৰশান্তৰ ফালে একেথিৰে ৰ লাগি চাই থাকে ] ( অনাথৰ প্ৰবেশ )

অনাথ— মায়া ! নদীৰ পাৰত এই দুপৰীয়া অকলে অকলে কি কৰিছ ? মই পানীৰ কাৰণে চাহ এটুপিকে খাব পৰা নাই । সৰ্ব্বনাশ কৰিলি, কালি নগদ দুই পইচা দি কিনি অনা সেই কলহটো ভাঙি পেলালি ? পৰহি এটা এক অনীয়া হেৰুৱাইছ । তই মোক ভিক্ষাৰী কৰিবি দেখিছো ।

( ভঙা কলহৰ ফালে চাই তাৰে এটুকুৰা হাতত লৈ )
হায়! হায়!! মোৰ পইচা, মোৰ দুখৰ বিত—তোৰ এই অৱস্থা কৰিবিলে।

মায়া— দেউতা, সৌ ফালে এবাৰ চাওকচোন।

অনাথ— ও আই! একেলগে তিনিটা সাপ! পলা! পলা!! আই মোক ধৰ। মোক ধৰ! সাপ! সাপ!! পলা! পলা

( মায়াক লৈ অনাথৰ বেগেৰে প্ৰস্থান )

## চতুৰ্থ দৃশ্য

সেনাপতি অজিত সিংহৰ কক্ষ

[ অজিত, লীলা, লক্ষীসিংহ ]

অজিতসিংহ—প্ৰতিহিংসা! প্ৰতিহিংসা!! প্ৰতিহিংসা!!! সপোনে দিঠকে মই প্ৰতিহিংসাৰ উলঙ্গ মূৰ্ত্তি হত্যাকাণ্ডৰ প্ৰেত-ছায়া দেখিব লাগিছো। মই এনে প্ৰতিশোধ লব খোজো যি প্ৰতিশোধে লক্ষীসিংহৰ মৃত্যু ভষ্ম পৰ্য্যন্ত ইহজগতৰ পৰা লুপ্ত কৰি দিয়ে। কিন্তু কেনেকৈ? ৰজাৰ সুপৰিচালকবৰ্গ আৰু ৰাজভক্ত প্ৰজাবিলাকৰ ভিতৰত কেনেকৈ—কি উপায়েৰে বিষ বাষ্প সুমাই দিওঁ? কি বুদ্ধি সাজো? বাৰু এটা উপায় কৰিব নোৱাৰিনে? প্ৰশান্তক ছলে-কৌশলে হত্যা কৰাৰ ব্যৱস্থা কৰিব নোৱাৰিনে? কিন্তু কেনেকৈ? লক্ষীসিংহৰ হৃদয় মন্দিৰত এনে এটা ছিদ্ৰ উলিয়াব লাগিব যি ছিদ্ৰই



দি সোমাই অজগৰে লখিন্দাৰক মুৰত খুটিওৱাৰ দৰে মই খোঁট মাৰিব পাৰো। (লীলাৰ প্ৰৱেশ)

লীলা— কিবা বুদ্ধি ওলালনে? মই যে ৰাণী হবলৈ বৰ আশা কৰি আছো।

অজিত—নাই! আজিও একো ঠিৰাং কৰিব নোৱাৰিলো। এনে এডালি সুতা বাহিৰ কৰিব লাগিব যি ডালিত লক্ষী-সিংহৰ জীৱন মৰণ মেৰ খাই আছে। এনে একুৰা জুই জ্বলাব লাগিব যি জুইয়ে গোটেই ৰাজ্য পুৰি শেষ কৰে। অসহ! মই আৰু থিৰেৰে থাকিব নোৱাৰো।

[ অতিকৈ উত্তেজিত হয় ]

লীলা— বিপদত ধৈৰ্য্য ধৰা জ্ঞানীৰ কাম। আপুনি ধৈৰ্য্য ধৰক। মোৰ বুদ্ধিৰে হলে এটা কাম কৰক। ৰাজ-কুমাৰ প্ৰশান্তক গুপ্তভাবে হত্যা কৰাৰ এটা ব্যৱস্থা কৰক। ৰজাৰ একমাত্ৰ পুতেকৰ মৃত্যু হলে তেওঁ পগ-লাৰ দৰে হব আৰু তেতিয়া হলে আমাৰ নাটকৰ অভিনয় কৰিবলৈ সুযোগ হব।
(অলপ আচৰিত হৈ)-সৌৱা ৰজা দেখো এই ফালেই আহিব ধৰিছে। এতিয়া কি কৰে?

অজিত—তুমি মনে মনে থাকা।
(সাধুকথা কোৱা ভাও দেখুৱাই) তাৰ পিচত সাউদৰ পুতেক গ'ল ৰণলৈ। ইফালে ৰাজ্যত হাহাকাৰ। তাৰ পিচত ... ...।

( ৰজাৰ প্ৰৱেশ )

লক্ষীসিংহ—ইয়াত কি আলোচনা কৰিছা অজিতসিংহ?

অজিত—(সেৱা জনাই) এঃ নকব মহাৰাজ! আজি মোক জুৰুলা কৰিলে। বোলে এটা সাধুকথা কব লাগে॥ সাউদৰ পুতেকৰ গল্পটো মনত আছিল—তাকেই আৰম্ভ কৰিছিলো।

(লীলাৱতী লাহে লাহে লাজতে আতৰ হব খোজে)

তুমি আকৌ আতৰ হলা কিয়? মহাৰাজ তোমাৰ পিতৃ বয়সৰ। তেহেতৰ আগত লুকাব নাপায় নহয়।

(লীলাই ঘূৰি ওচৰলৈ আহে)

লক্ষীসিংহ—লাজ নকৰিবা আই। মই তোমাক মোৰ নিজৰ ছোৱালীৰ দৰে জ্ঞান কৰোঁ। ভগবানে মোক ছোৱালী নিদিলে। আজিৰ পৰা তুমি মোৰ ছোৱালীৰূপে গণ্য হ'লা। এই লোৱা উপহাৰ।

(নিজৰ গলৰ হাৰ লীলাক পিন্ধাই দিয়ে)

লীলা—(সেৱা কৰি) দেউতা! মোৰ প্ৰণাম গ্ৰহণ কৰক।

অজিত—পিচে কি সকামত এইফালে অহা হল মহাৰাজ?

লক্ষীসিংহ—কাম বিশেষ একো নাই। গুৰুদেৱে এই মাত্ৰ খবৰ দিলে যে প্ৰশান্তই এই কেইদিনৰ ভিতৰতে সকলো বিদ্যাতে বিশেষ পাৰ্গতালি দেখুৱাইছে। তাকে শুনি আনন্দৰ ভাগ তোমাকো দিবলৈ ইয়ালৈকে লৰি আহিলো।

অজিত—বৰ আনন্দৰ কথা। মই ভাবো কোঁৱৰ আমাৰ গৌৰবৰ ধ্ৰুব তৰা হব। বৰ্ত্তমান তেওঁক ৰাজ্যৰ কোলাহলৰ ভিতৰলৈ নানি তাতেই কিছুদিন ৰাখি চাণক্যৰ দৰে পণ্ডিত, তুষ্যন্তৰ দৰে শক্তিশালী হবলৈ সুবিধা দিয়া উচিত।



লক্ষীসিংহ—তোমাৰ কথাই সত্য হওক। পিচে এটা কথা। তাক নেদেখিলে মোৰ মন যে কেনেকুৱা কৰে। অ' কবলৈ পাহৰিছো। দক্ষিণত কিছুমান দুৰ্ব্বৃত্ত ডকাইতৰ বোলে অবিৰ্ভাব হৈছে। ৰাজ্যৰ বহুতো ঐশ্বৰ্য্যশালী মানুহৰ লুত পাত কৰাৰ খবৰ আহিছে।

অজিত—কি? আপোনাৰ সেনাপতি অজিতসিংহ থাকোতে ডকাইতৰ আবিৰ্ভাব! আদেশ দিয়ক মহাৰাজ। এতিয়াই দুৰ্ব্বৃত্ত হতক বান্ধি আনি আপোনাৰ চৰণত অৰ্পণ কৰোঁ।

লক্ষীসিংহ—ক্ষান্ত হোৱা। সিহঁতৰ গতিবিধি চাই লাহে ধীৰে তাৰ এটা উচিত ব্যৱস্থা কৰিবা। লীলা! তুমি সাধুকথা শুনা। মই আৰু আমনি নিদিওঁ। মই আহিলো। আজি অলপ উৎসবৰ আয়োজন সুদৰ্শনৰ হতুৱাই কৰোঁগৈ। (প্ৰস্থান)

লীলা—হাজাৰ হলেও মহাৰাজ বৰ দয়ালু।

অজিত—দয়ালু? দয়ালু?? হাঃ হাঃ হাঃ। মোৰ চিৰ বাঞ্ছিত ৰাজ্য কাঢ়ি নি এডাল সামান্য কণ্ঠহাৰ দি দয়া? অজিতসিংহ ইমান অজলা নহয় লীলা। সি মোক ঠাট্টা কৰিছে। মোক কণ্ঠহাৰ নালাগে। লাগে প্ৰতিশোধ ভীষণ প্ৰতিশোধ!! (প্ৰস্থান)

লীলা—নাথ! নাথ!! (প্ৰস্থান)

# পঞ্চম দৃশ্য

## অনাথৰ ঘৰ

[ মায়া, অনাথ, বৈদ্য ]

( মায়াই প্ৰশান্তৰ ভাবতে তন্ময় হৈ কোনো এটা বস্তুৰ ওপৰত দৃষ্টি আকৰ্ষণ কৰি ঠুতৰীত হাত লগাই বহি থাকে )

মায়া— যিদিনা দেখিলো সেই সৌন্দৰ্য্য আকৰ
সিদিনাৰ পৰা মং হলো উন্মাদিনী
যেন সকলো সপোন ॥
কাল সৰ্পে দংশে—এনে অবস্থাত
যেন পক্ষিৰাজ ঘোৰা লই,
আছিল বতাহী বেগে, সেই ৰজাৰ কোঁৱৰ
সেই প্ৰেমৰ মূৰতি ॥
ৰাখিলে পৰাণ মোৰ—
মৃত্যুৰ মুখৰ পৰা ॥
আহা ! কিনো ৰূপ—যেন ৰূপৰ ঈশ্বৰ
ইচ্ছা হল, ঢালি দিও তেতিয়াই—
শেষ কৰি ভাল পোৱা মোৰ ॥
প্ৰিয় ! ভাগ্যৱতী মই
যদি পাওঁ তুমি হেন স্বামী ।
সপোনত, সচিতত, সহস্ৰ মূৰতী তব
প্ৰতিক্ষণে দেখা দিছে মোক—
মায়া ! মায়া !! মায়া !!! বুলি
মাতে বাৰে বাৰে ।



[ অনাথ আৰু বৈদ্যৰ প্ৰবেশ । বৈদ্যই এখন ঔষধৰ জোলোঙা লৈ আছে ]

অনাথ— বৈদ্য দেউ, চাওক ! চাওক ! তাইকৈ এবাৰ লক্ষ্য কৰক । মইতো বেলি উঠাৰ লগে ২ আপোনাৰ ঘৰলৈ গলো । আপোনাৰ ঘৰত জলপান খাওতেওঁ অলপ পলম হল । তেন্তে কিমান সময় হল মনতে হিচাপ কৰি চাওক । তেতিয়াই যেনে অবস্থাত দেখি গৈছিলো এতিয়াও সেই তেনে । কি যে ভাবিথাকে, কি যে কৰে মই একোৰে অন্ত নেপাওঁ । ঠিক্ এনে দৰেই কাঠৰ পুতলাটোৰ দৰে বহি থাকে আৰু বাৰে ৰাৰে নদীৰ ঘাট-লৈ সেই কোনেও নোযোৱা সময়ত দুপৰীয়াহে যায় ।

বৈদ্য— অ' ! বুজিব · পাৰিছো [ মনে মনে মূৰ দুপিয়ায় ]

অনাথ— আৰু এটা কথা.........।

বৈদ্য— ৰবা ! ৰবা । ঠিক । একেবাৰে ঠিক ।

অনাথ— কি ঠিক ?

বৈদ্য— আচল ঠিক । ওঁ ।

[ এনেতে মায়াৰ হঠাৎ ধ্যান ভাঙে ]

মায়া— অ' - পিতাদেউ ! লগতে বৈদ্য ঠাকুৰো দেখোন । মই গমকে ধৰিব পৰা নাছিলো । আজি বাট ভুল কৰি আমাৰ ঘৰ পালেহি নেকি বৈদ্য ঠাকুৰ ?

বৈদ্য— এৰা ! বাট ভুল হলেও সেই অনুমান মোৰ ঠিক আছে ।

মায়া— বাৰু ! আপোনালোক অলপ বহক মই দুখন তামোলৰ ব্যবস্থা কৰো । [ প্ৰস্থান ]

অনাথ— পিচে ৰোগী কেনেকুৱা দেখিলে ? কি কম বৈদ্য

ঠাকুৰ আথুনিতো জানেই। কিমান কষ্টেৰে তাইক ডাঙৰ দীঘল কৰিলো। এতিয়া মোক এটা উপায় দিয়ক।

[ কন্দাৰ দৰে হয় ]

বৈদ্য— মানে—কথা হৈছে এই। সিদিনা নদীৰ ঘাটলৈ যোৱাৰ পৰাইতো এনেকুৱা হৈছে ?

অনাথ— হয়—হয়।

বৈদ্য— মানে—কথা হৈছে এই যে—বাৰতো কি আছিল ?

অনাথ— জানো—! বোধহয় শনিবাৰ।

বৈদ্য— হয়—হয়। মইও শনিবাৰ বুলিয়েই কব খুজিছিলো, মানে হৈছে এই যে—মানে—জলকুৱৰৰ লেঠা।

অনাথ— জলকোঁৱৰ ? জলকোঁৱৰ নে জলকোঁৱৰী ?

বৈদ্য— মানে—পুংলিঙ্গ আৰু স্ত্ৰীলিঙ্গ।

অনাথ— হয়! হয়।

বৈদ্য— মানে—মানে হৈছে এই আমাৰ মায়া আই হ'ল স্ত্ৰীলিঙ্গ গতিকেই পুংলিঙ্গ।

অনাথ— হয়! হয়।

বৈদ্য— মানে হৈছে এই যে—এটা পূজাৰ যোগাৰ দিব লাগিব। বোপাই ঐ, কম দেৱতা নহয়। ই বৰ ডাঙৰ দেৱতা।

অনাথ— [ স্বগতঃ ] পূজা দিব লাগিলে কমেও দুটি টকা খৰচ.

বৈদ্য— [ মুখেৰে আধা ফুটাকৈ মন্ত্ৰ উচ্চাৰণ কৰি এডাল কৰচ তৈয়াৰ কৰে আৰু জোলোঙাৰ পৰা কিছুমান ঔষধ উলিয়াই অনাথৰ হাতত দিয়ে ]

এই ধৰক। মানে—আপুনি ভয় নকৰিব। আগতে পূজাৰ যোগাৰটি কৰক। তাৰ পিচতেই মই দুদিনতে



সকলো ব্যৱস্থা কৰিম। মোৰ আকৌ আন এঘৰলৈকো যাবলগীয়া আছে। এতিয়া বিদায়ৰ ব্যৱস্থা কৰক।

অনাথ— [ ডাঙৰকৈ ] মায়া! ইমান পৰে তামোল কটা হোৱা নাইনে ? অলপ সোনকালে লৈ আহ।

মায়া— [ ভিতৰৰ পৰা ] গৈছো দেউতা।

[ তামোল লৈ আহে। বৈদ্যই তামোল খায়। অনাথে চুৰিয়াৰ আঁচলৰ পৰা এক অনা পইচা দিয়ে ]

অনাথ— বাৰু ধৰক, এক অনা পইচা। আজিলৈ ইয়াকে দিয়া হল। পিচলৈ আৰু ব্যৱস্থা কৰা হব।

বৈদ্য— ভাল। উঠোঁহে এতিয়া। মানে কথা হৈছে মানে ঔষধৰ মূল্য বাবদ আকৌ দুইঅনা……।

অনাথ— বাৰু। কালিলৈ ব্যৱস্থা কৰা হব। বলক; মইও যাওঁ। পাৰিলে আজিয়ে পূজাৰ যোগাৰটো কৰোঁগৈ। ভালকৈ থাকিবি দেই মায়া। মোৰ অহাত অলপ পলম হব।

বৈদ্য— থাকিবাদেই মায়া। মানে কথা হৈছে এই যে সময়তো হৈছে অসময়। ঔষধ দিনত তিনিবাৰ আৰু ৰাতি ছুবাৰকৈ খাবা।

মায়া— ভাল। [ অনাথ আৰু বৈদ্যৰ প্ৰস্থান ]

মায়া— মইও অলপ ঘৰৰ কামতেই ধৰো। [ অলপ ৰ লাগি ভাবি ] কাম বনত একেবাৰেই মন নবহা হৈছে। মন সদায় উগুল থুগুল। দেউতা নথকাতেই নদীলৈ গৈ পানী লৈ আহো। কিজানি তেওঁক দেখা পাওঁৱেই। [ ঘৰৰ আন এটি কোঠালিৰ পৰা পানীৰ কলহ আনি লাহে লাহে প্ৰস্থান কৰে ]

## ষষ্ঠ দৃশ্য

### নদী

( প্ৰশান্ত, মায়া আৰু অজিতসিংহ )

( প্ৰশান্তই নদীৰ পাৰত এডোখৰ ওখ ঠাইত বাঁহী বজাই বহি থাকে, এনেতে পিছ ফালৰ পৰা মায়াই মাটিত কলহ থৈ প্ৰশান্তৰ চকুত ধৰে )

প্ৰশান্ত— কোন ?

মায়া— কোৱাচোন সোণ। মই কোন ?

প্ৰশান্ত— তুমি মোৰ অতিকৈ আপোনৰ জোন। হৈছেনে ?

মায়া— কোন বাৰু—নাম কি ?

প্ৰশান্ত— নায়—যি জনীৰ মায়া ভেদকৰা বৰ কঠিন।

মায়া— বাৰু! এইবাৰ মই হাৰ মানিলো।

( চকুৰপৰা হাত এৰি দিয়ে আৰু দুয়ো দুয়োৰো পিনে চাই ফুটাই হাহি মাৰে )

পিচে, নিচেই অজলা কণটিৰ দৰে ইয়াত বাঁহী বাই থকাৰ উদ্দেশ্য কি ?

প্ৰশান্ত— উদ্দেশ—উদ্দেশ্য অজলা কণটিতকৈ বোধহয় চতুৰা যোড়শী মায়াবিনী সকলেহে ভালকৈ বুজি পায়।

মায়া— হয়। কবলৈ জনাৰ মৰণ নাই। অ' মই কবলৈ পাহৰিছো, কালি পিতাদেৱে এটা বৈদ্য আমাৰ ঘৰলৈ মাতি আনি মোৰ কাৰণে কিবা কিবি ঔষধ ৰাখিছে।

প্ৰশান্ত— কিয় ?



মায়া— মোক বোলে জলকোঁৱৰে পাইছে। ( হাঁহে )

প্ৰশান্ত— হয় নেকি ? তেনেহলে কালিলৈ মোৰ কাৰণেও অলপ ঔষধ আনিবা দেই।

মায়া— কিয় ?

প্ৰশান্ত— মোকো বোধহয় জলকুঁৱৰীয়ে পালে। ৰোগ শকতেই।

মায়া— বাৰু। বাৰু !! হৈছে হৈছে !! আপোনাৰ লগত আৰু নোৱাৰো। ( উঠি কলহ হাতত লৈ ) যাওঁ, লৰালৰিকৈ পানী লৈ যাব লাগিল। শ্ৰীকৃষ্ণৰ মোহন বাঁহীৰ মাত শুনি পানী নিবলৈ পাহৰিছিলোৱেই।

প্ৰশান্ত— ৰবা, ৰবা। শুনাচোন। ( হাতত ধৰে )

মায়া— কি ?

প্ৰশান্ত— এঃন্তেক বহাচোন

মায়া— ( ওচৰতে বহি ) কি ?

প্ৰশান্ত— সেই—সিদিনা গোৱা গীতটি—এবাৰ গোৱাচোন।

মায়া— সেইটোনো কি ভাল গীত।

প্ৰশান্ত— সেই গীত—যি গীতে. মোৰ মন-প্ৰাণ হৰি নিয়ে—স্বৰ্গৰাজ্যলৈ। যি গীতে দিয়ে মোক কামদেব ৰূপ। যি গীতে পৃথিবীক কৰে স্বৰ্গধাম। সেই গীত গোৱা লাহঁৰ। মোৰ মৰুময় হৃদয়ত তুমি তোমাৰ সুৰলা কণ্ঠস্বৰেৰে সৰোবৰ হৈ নামি আহা।

মায়া— আপুনি তেনেহলে মোৰ গীতৰ সুৰে সুৰে বাঁহী বাই যাব দেই।

প্ৰশান্ত— বাৰু, বাৰু।

( প্ৰশান্তই মায়াৰ কোলাত শুই শুই বাঁহী বজায়
আৰু মায়াই গীত গায় )

**গীত**

( তাল ডুন—কাওৱাল ) ।

তনু মন হৰি নিলে তব মধুৰ পৰশনে
আকুলতা ব্যাকুলতা জীৱনৰ অনুৰাগ
ঢালি দিলো, প্ৰীতি প্ৰেম গোপনে গোপনে ॥
তব মধুৰ পৰশনে ॥
এই মধু মাধবী নিশাতে দুটি হিয়া মিলি গল আশাতে
মিলনৰ নব গীত নব নব সুৰ
ভাহি যায়, গগনে গগনে গগনে ॥
তব মধুৰ পৰশনে ॥
(প্ৰিয়) তুমি মোৰ নতুন সপোন তুমি মোৰ গোপন আপোন
তটিনীৰ তীৰে তীৰে ধীৰে ধীৰে দুজনে
তীৰ হানো, যৌৱনৰ পৰাণে পৰাণে ॥

মায়া— গীত কেনে শুনিলে !

প্ৰশান্ত— মায়া, তুমি দেবী নে মানবী । তুমি যে ৰূপৰ ঈশ্বৰী ।
কোৱা মায়া, তুমি মোৰ হৃদয় ঈশ্বৰী হৱনে নহয় ?
( হঠাতে মায়াই কন্দাৰ দৰে হয় )
কি হ'ল— কি হ'ল তোমাৰ । কিবা অভিমান ।
লাগে যদি কোৱা—
আকাশৰ তৰা আনি গাথি দিম তব কণ্ঠ-হাৰ



উদয়ৰ সূৰ্য্য আনি কৰি দিম শিৰৰ কিৰিটি ।
সাজি দিম তোমাৰ বসন
ধাম ধেনু ৰং কাঢ়ি আনি
কোৱা, কি লাগে তোমাক ।

মায়া— আপুনি যে ৰজাৰ কোঁৱৰ, মই কিন্তু পথৰ ভিখাৰিণী
বিদ্ৰূপিব ভাৰতৰ নৰনাৰী সবে,
কব সকলোৱে
ক্ষুদ্ৰ এটি জোনাকী পৰুৱা
পাই পূৰ্ণ চন্দ্ৰৰ আলোক
পাব খোজে জোনবাই স্থান ( কান্দে )

প্ৰশান্ত— নাকান্দিবা প্ৰিয়ে । আজি মই কৰিদো প্ৰতিজ্ঞা—তুমি বিনে প্ৰিয়তমা নাই কোনো মোৰ । চোৱা. মোৰ চকুলৈ চোৱা । শুনা মায়া ! মই জানো । মই বুজো । জগতত মাত্ৰ এটা মানৱ জাতি আছে । ধনী-দুখীয়া, ৰজা-প্ৰজা সকলোৰে সমাধিস্থান শেষ শ্মশান । তুমি মোক ভুল নুবুজিবা । এই লোৱা ।
( হাতৰ আঙঠি সোলোকাই মায়াক পিন্ধাই দিয়ে )
নাম লিখা আছে মোৰ এই আঙঠিত ।
( চাৰিও চকুৰ মিলন হয় )
এই আঙঠিটি আছিল মোৰ স্বৰ্গীয় মাতৃৰ স্নেহৰ দান ।

( এনেতে অজিত সিংহ অলপ বাহিৰলৈ আহি দুয়োকো দেখি থমক খাই ৰয় আৰু মুখ বিকৃতাকৃতি কৰি চোকা দৃষ্টিৰে চাই আতৰ হয় )

মায়া— প্ৰিয়তম।

প্ৰশান্ত— প্ৰিয়তমে।

মায়া— আজিহন্তে মই আপোনাৰ হৃদয় কাৰাগাৰত জীৱনৰ শেষ পৰ্য্যন্তলৈ বন্দী হলো।

প্ৰশান্ত— মায়া, তোমাক মোৰ হৃদয় কাৰাগাৰত লৈ বলিয়াৰ দৰে দেশে দেশে ভ্ৰমিলেও মোৰ শান্তি। মায়া, মই তোমাৰ তুমি মোৰ। কোনে জানে কালৰ কেনেকুৱা সোঁত। (অজিতসিংহই আকৌ এবাৰ চায়)

—গীত—

(তাল কাহাৰবা)

জীৱনৰ আশা প্ৰেমৰ প্ৰতিমা তুমি
তুমি জীৱনৰ আশা
কতনো পালা
এই নো ৰূপ মাধুৰী
মোৰ হিয়া কাঢ়ি নিলা যে
(তোৰ) এটি মিচিকিয়া হাঁহি
তুমি কবিতা
তুমি ভাষা
এটি জীৱনৰ আশা।

মায়া— (প্ৰশান্তক আকোৱালি ধৰে)

প্ৰশান্ত— মায়া। (আকোৱালি ধৰে)

এনেতে পট পৰে

—ঐক্য তান—

# দ্বিতীয় অঙ্ক

## প্ৰথম দৃশ্য

### বননি

(বীৰচিং, ৰূপচিং, মোহনচিং, বিষয়া আৰু কুলী)

(ডকাইতৰ সাজ-পাৰেৰে সৈতে বীৰচিং মোহনচিং আৰু ৰূপচিংৰ প্ৰবেশ)

বীৰচিং— হুচিয়াৰ। এক, দুই—তিনি (ইঙ্গিত দিয়াৰ লগে লগে তিনিও অদৃশ্য হয়, বীৰচিং এফালে আৰু বাকীবোৰ আনফালে যায়

(বিষয়া আৰু কুলীৰ প্ৰবেশ)

বিষয়া— কি ভীষণ অৰণ্য। সন্ধ্যাৰ আগতে এইখিনি পাৰ হৈ যাব পাৰিলেহে ৰক্ষা। অৱশ্যে ভয় কৰিবৰ একো কাৰণ নাই। বল, বল, সোনকালে বল। দেখিছনে নাই সন্ধ্যা হৈ আহিল।

কুলী— ডাঙৰীয়া, এই বোজাৰ ভিতৰত কিযে আছে কব নোৱাৰো। নহলেও তিনিমোণ ওজন হব। সেই ৰজাৰ নগৰৰ পৰা প্ৰায় কুৰি মাইলমান আহিলোৱেই আৰু যে কিমান বাট আছে নজনাইহে জানে।

বিষয়া— তিনি মোণ? তোক কোনটো বাপেৰে লিখা-পঢ়া শিকাইছিল অ'। বাৰু, কচোন কিমান সেৰে এমোণ হয়

কুলী— ডাঙৰীয়া কুৰি সেৰে হয়।

বিষয়া— হুকুৰি সেৰে ? সেই কাৰণেইটো সুধিছো কোনটো বাপেৰে লিখা-পঢ়া শিকাইছিল। বেটা, সেৰ জ্ঞান নাই বুলিয়েইতো তোৰ এই দশা।

কুলী— তেন্তে কিমান সেৰে ডাঙৰীয়া ?

বিষয়া— মনত ৰাখিবি. চাৰিকুৰি সাৰে তিনিসেৰে এমোণ হয়।

কুলী— হয়। হয়। হবও পাৰে দেউতা। মই সৌ তাহানি লৰা কালতেই মাত্র এবছৰ স্কুলত পঢ়িছিলো। তাহানিৰ প্রায় কথাই আজি কালিৰ লগত মিল নাখায়। গতিকে আগৰ সেৰৰ লগত এতিয়াৰ সেৰ মিল নোখোৱাতো একো আচৰিত কথা নহয়। আগতে এটি পইচা দিলেই যিমান বস্তু পোৱা গৈছিল আজিকালি তাৰ দহ ভাগৰ এভাগো নোপোৱা দিন হল। পিচে ডাঙৰীয়া, মোৰ দেউতা কিন্তু বৰ ডাঙৰ মানুহ আছিল।

বিষয়া— বল্ বল্। কথা চলাব নালাগে সন্ধ্যা হৈ আহিল সোনকালে বল।

(লাঠিৰে কুলীক এটা কোব মৰাৰ লগে লগে হুইচেলৰ আৱাজ শুনা যায়, ভয়তে কুলীয়ে মুৰৰ বোজা পেলাই দিয়ে)

আৰে—মই থাকোতে তোৰ কিহৰ ভয়। ল. তুলি ল।

কুলী— আৰু নোৱাৰো দেউতা। মোক মাৰকে বা কাটকে। এই দিনৰ দিনতো এটুপি চাহকে মোক আপুনি খাবলৈ দিয় নাই, অথচ আপুনি যে কিমানবাৰ ক'ত কি খালে তাৰ লেখ-জোখ নাই। মোৰ শৰীৰ একেবাৰে অবশ। (বহি পৰে)



বিষয়া— (স্বগতঃ) ই দেখো মোক জীয়ন্তে মাৰিলে। কোনো-ৰকমে এই হাবিডোখৰ পাৰ হব পাৰিলেই ৰক্ষা। (কুলীৰ পিঠিত হাত বুলাই) মই আৰু তই সমান কৰনে ? মই হৈছো ৰজাৰ প্রধান সেনাপতিৰ শহুৰেক আৰু তই— (বোজাটো দেখুৱাই দিয়ে)
বাৰু যি হৈছে—হৈছে। এতিয়া এই ডোখৰ ৰুটি খাই ল।

(জেপৰ পৰা এখন ৰুটি উলিয়াই তাৰে আধা দিয়ে আৰু আধা জেপত সুমাই থয়)

কুলী— ডাঙৰীয়া। ইয়াৰ ভিতৰত কি আছে ? আপুনি মোৰ মূৰতেই যে এনেকুৱা কিমান বোজা ৰজাঘৰৰ পৰা আপোনাৰ ঘৰলৈ কঢ়িয়ালে. তাৰ লেখ-জোখ নাই।

বিষয়া— ইয়াত হাজাৰে হাজাৰে টকা আৰু সেৰে সেৰে সোণ আৰু অলঙ্কাৰ আছে। কি বুজিবি তই। মানুহ হবলৈ গলে বুদ্ধিৰ দৰকাৰ। বেছি আৰু কবলৈ নোখোজো, মোৰ আই লীলাবতীক মই যেনে শিক্ষা দিছিলো, ঠিক তেনেকুৱা বুদ্ধিমতী হৈছে। মায়াজাল্ তই কি বুজিবি। আৰু কেইটামান দিন চা মই ৰাণীৰ বাপেক হব পাৰোনে নোৱাৰো।

কুলী— হয় নেকি ?

বিষয়া— ল, ল। সেইবোৰ কথাৰ দৰ্কাৰ নাই।

কুলী— বাৰু।

(কুলীয়ে বোজা তুলি লব খোজাৰ লগে লগে দ্বিতীয় হুইচেল পৰে) কিছে মাতিছে।

বিষয়া— কি—যতে বাঘৰ ভয় ততে ৰাতি হয়। উঠা, সোনকালে তুলি ল।

[ দুয়ো দৌৰ মাৰিব ধৰোতেই ওম হইছেল পৰে ]

( ডকাইতবিলাকৰ প্ৰবেশ )

বিষয়া, কুলী—সৰ্ব্বনাশ হল। ( ভয়তে চিঞৰিব ধৰে )

বিষয়া— এহাতে টোপোলাটো ধৰ। এহাতে মোক ধৰ।

বীৰচিং—বন্দী কৰ ! ( বন্দী কৰাত কুলী আৰু বিষয়াই আকৌ চিঞৰিব ধৰে )

দুষ্ট, লম্পট, নৰকৰ কীট। কিমান সেৰে এযোণ হয় ?

বিষয়া— দুকুৰি সেৰে।

বীৰচিং—মোহনচিং, ৰূপচিং, এই দুষ্টক চাবুক লগা।

কুলী, বিষয়া—( চিঞৰিব ধৰে )

কুলী— বাবু মই কুলী। কুলী বাবু কুলী।

বীৰচিং—কেনে পাইছ ?

বিষয়া— খুব পাইছো।

বীৰচিং - চুৰ নকৰো বুলি শপত খা।

বিষয়া— সত্যে সত্যে, তিনি সত্যে চুৰ নকৰো।

বীৰচিং—মোহনচিং, ৰূপচিং ! দুটামান কোব লগাই ইয়াক এৰি দে।

( বিষয়াৰ গা খানাতালাচ কৰে আৰু কোব খাই

( বিষয়াই টোপোলা আনিবলৈ ইঙ্গিত দি প্ৰস্থান। )

বীৰচিং—( কুলীলৈ চাই ) ইয়াৰ বান্ধ খুলি দে আৰু তাক ভালকৈ খুৱাই বুৱাই নগদ এক শ ৰূপ দি বিদায় দে।

মোহনচিং—( বান্ধ খুলি দি ) আহা ভাই।



ৰূপচিং—আহা ভাই। দুষ্টক শাসন আৰু শান্তক পালন কৰাই আমাৰ ধৰ্ম্ম।

( বীৰচিংৰ বাহিৰে সকলোৰে প্ৰস্থান )

বীৰচিং—দুষ্টক শাসন আৰু শান্তক পালন কৰাই আমাৰ ধৰ্ম্ম। নগৰৰ পিচত নগৰ, ৰাজ্যৰ পিচত ৰাজ্য জয় কৰি যেন দৰিদ্ৰৰ মৰ্য্যদা ৰাখিব পাৰো।

মই ধুমকেতু ৰূপ ধৰি
শূন্য কৰি ধনীৰ গৌৰব.
শূন্য কৰি প্ৰজাৰ শোষণ
স্বৰ্গ ৰাজ্য কৰিম বিস্তাৰ।

মই পৃথিবীৰ প্ৰহেলিকা, পৃথিবীৰ আগ্নেয়গিৰি, পৃথিবীৰ হিমালয়। মোৰ নাম শুনি জগত এদিন থৰ থৰ কৈ কঁপি উঠিব। হাঃ হাঃ হাঃ কি আনন্দ, হাঃ হাঃ হাঃ কি আনন্দ। (প্ৰস্থান)

## দ্বিতীয় দৃশ্য

### ৰাজকক্ষ

( অজিত সিংহ, লীলা, সুদৰ্শন, লক্ষীসিংহ )

অজিত—বহুচেষ্টাৰ ফলত লক্ষীসিংহৰ হৃদয় দুৰ্গত, বিষধৰ সাপ হৈ প্ৰবেশ কৰিবলৈ এটা ছিদ্ৰ পোৱা হৈছে। কুমাৰ প্ৰশান্তসিংহ নীচ জাতীয় এজনী গ্ৰাম্য কুমাৰীৰ লগত প্ৰেমত মুগ্ধ। এই সূত্ৰকে কেন্দ্ৰ কৰি মোৰ উদ্দেশ্য

সিদ্ধিৰ পথ মুকলি কৰিম। সাবধান লক্ষ্মীসিংহ, সাবধান প্ৰশান্তসিংহ। তহঁতৰ ঘৰত বাঘ সোমাইছে সেই বাঘে তহঁতৰ এটা এটাকৈ ৰক্ত পান কৰিব। হে অসীমৰ অগণন গ্ৰহ-নক্ষত্ৰ সকল, তোমালোকে আকাশৰ পৰা চাই চাই আনন্দ কৰা। যদি এই যাত্ৰাত কৃতকাৰ্য্য হওঁ তেন্তে চিৰ শত্ৰুৰ তেজেৰেই তোমালোকৰ চৰণত অৰ্ঘ্য দিম। মোক হৃদয়ত বল আৰু মগজুত বুদ্ধি দিয়া।

( লীলাৰ প্ৰবেশ )

লীলা— প্ৰিয়তম! আপুনি ভাবি ভাবি যে বলিয়া হল। কিবা ব্যৱস্থা হল নে? মোৰ সপোন কাহানিবা দিঠক হবনে?

অজিত—আৰু অলপ, আৰু অলপ সময় অপেক্ষা কৰা লীলা। মই প্ৰতিজ্ঞা কৰি কৈছো, যদি মই তোমাক মোৰ বামপাশত মহাৰাণী কৰি বহুৱাব নোৱাৰো তেন্তে মোৰ নাম অজিতসিংহ নহয়। তুমি চিন্তা নকৰিবা। কালৰ সোঁত কোনফালে বয় চাই থাকা। মাত্ৰ তুমি মোক উৎসাহ প্ৰদান কৰা। চাণক্যৰ কূট নীতি, শকুনিৰ ষড়যন্ত্ৰ কলিৰ কুটিল খেলা, শনিৰ সৰ্ব্বনাশী বিদ্যা সকলোকে শিকি লৈছো, দৰ্কাৰ মতে ৰোগ চাই ঔষধৰ ব্যৱস্থা কৰিম।

লীলা— ধন্য আপোনাৰ বুদ্ধি। আপুনিহে ৰজাৰ একমাত্ৰ যোগ্য। আহক এতিয়া, প্ৰমোদ কাননলৈ যাওঁ।

অজিত—তুমি আগ বাঢ়া। মই যাব ধৰিছো।

( লীলাৰ প্ৰস্থান )



প্ৰশান্তক গুপ্তঘাতকৰ দ্বাৰা হত্যা কৰি............ নাই থক। ৰজাৰ বুকুতহে প্ৰথমতে এপাত মৃত্যুমুখী শেল বহুৱাব লাগিব।

( সুদৰ্শনৰ প্ৰবেশ )

সুদৰ্শন— আপুনি ইয়াত অকলে অকলে কি কৰিছে। আজি কেইদিনমানৰ পৰা আপোনাকতো সৈন্য-শিবিৰ আৰু মন্ত্ৰণা কক্ষতো দেখা নাই। আনন্দ-উৎসবতো দেখোন আপোনাক দেখা নাপাওঁ।

অজিত—হয়। আজি কিছুদিনৰ পৰা মোৰ শৰীৰটো সিমান ভাল নহয়। সৈন্য পৰিচালনাৰ ভাৰতো আপোনাৰ ওপৰতেই সম্পূৰ্ণ অৰ্পণ কৰিছো। পিচে কিবা নতুন বাতৰি আছেনে?

সুদৰ্শন— তেনেকুৱা জৰুৰী খবৰ বিশেষ একো নাই। পিচে দক্ষিণত বোলে কিছুমান প্ৰজাই অশান্তিৰ সৃষ্টি কৰিছে।

অজিত—বাৰু, কৰক। মই থাকোতে চিন্তাৰ কোনো কাৰণ নাই।

সুদৰ্শন— বলক অলপ মন্দিৰৰ ফালে ফুৰিবলৈ যাওঁ।

অজিত— বাৰু। অলপ আগ বাঢ়ক মই যাব ধৰিছো।

সুদৰ্শন— বাৰু ( প্ৰস্থান )

অজিত—সাবধান সুদৰ্শন। তোৰ ব্যৱস্থাও মই মনতে ভাবি থৈছো।

( লক্ষ্মীসিংহৰ প্ৰবেশ )

লক্ষ্মীসিংহ—সেনাপতি। ইয়াত অকলে অকলে কি ভাবিছা। আজি কিছুদিনৰ পৰা তোমাক সদায় চিন্তাযুক্ত যেন দেখিছো। কোৱা কিবা দুখ—পাৰিলে মোচন কৰিম।

অজিত—মোৰ নমস্কাৰ গ্ৰহণ কৰক মহাৰাজ। এইমাত্ৰ সৈন্য

শিবিৰ চাই এইখিনি পালো। পিচে, কিবা এটা কথা মনত পৰি অলপ বেয়া লাগিছে। আপুনিও বোধহয় অলপ শুনিছে।

লক্ষ্মী— মই একো শুনা নাই সেনাপতি। কিবা অমঙ্গলীয়া বাতৰি নেকি ?

অজিত— নহয় মহাৰাজ, তেনেকুৱা বিশেষ একো নহয়। আপুনি শুনা নাই যদি ভালেই। সেইবোৰ ধৰ্ম্মচ্যুত গ্লানি……

লক্ষ্মী—ধৰ্ম্মচ্যুত গ্লানি ? নিশ্চয় গুৰুতৰ। তুৰন্তে মোক কোৱা সেনাপতি। প্ৰাণান্তেও স্বধৰ্ম্মৰ পৰা চ্যুত নহওঁ।

অজিত—বিশেষ একো নহয়। আজি পুৱা মই নগৰৰ বাহিৰলৈ গৈছিলো বিশেষ কামত। বাটতে কেইজনমান বাটৰুৱাই কোৰঁৰৰ নাম লোৱা যেন শুনিলো। লগতে শুনিলো যে ৰজাৰ লৰা হৈ জাত-পাত আগ-গুৰি নোহোৱা এজনী ৰূপহী বেশ্যাৰ লগত কোৰঁৰে দিনে-নিশাই ঘূৰি ফুৰে, হাতৰ আঙঠি পৰ্য্যন্ত বেশ্যাক উপহাৰ দিছে। হঠাতে মোক দেখা পাই সিহঁতে গল্প বন্ধ কৰি পলাই সাৰিল। মহাৰাজ—ভাবিবলগীয়া ইয়াত একো নাই।

লক্ষ্মীসিংহ—সেনাপতি। তুমি কি কৈছা মই একো বুজা নাই। মোৰ একমাত্ৰ পুত্ৰ বেশ্যাৰ প্ৰেমত আসক্ত। নহয়, নহয় ই হবই নোৱাৰে। সিহঁতে মিথ্যা প্ৰচাৰ কৰিছে। মিথ্যা প্ৰচাৰ কৰিছে।

অজিত—মোৰো বিশ্বাস নহয় মহাৰাজ। তথাপি মনৰ সন্দেহ মাৰিবলৈ কোৰঁৰক আপুনি মতাই অনাব পাৰে।

লক্ষ্মী— অহ, মই যে চকুৰে নেদেখা হলো। মোৰ কি হল।



মোৰ মূৰত বজ্ৰঘাট পৰিল। পুত্ৰগ্লানি ? নহয় নহয়। মই ইয়াৰ বিচাৰ কৰিম। যাকে দোষী পাওঁ তাকেই শাস্তি দিম। ভীষণ শাস্তি দিম। শুনা সেনাপতি, শুনা মোৰ আদেশ। কালি পুৱাতেই কোৰঁৰক আৰু সেই ঘৃণিত বেশ্যাক মোৰ বিচাৰ কক্ষত হাজিৰ কৰাব লাগে। মই বিচাৰ কৰিম। বিচাৰ কৰিম—অহ, কি শুনিলো। (প্ৰস্থান)

অজিত—মূৰ্খ। প্ৰতিশোধ। প্ৰতিশোধ !! প্ৰতিশোধ !!!
এই সিংহাসন কাৰ জানা ? অজিতসিংহৰ—হাঃ হাঃ হাঃ
(প্ৰস্থান)

## তৃতীয় দৃশ্য

### অনাথৰ ঘৰ

[ মায়া, অনাথ, চাওদাং আৰু দূত ]

[ মায়া শোৱাপাটিত পৰি থাকে। অনাথে শিতানত বহি এখন বিচনীৰে বা দি থাকে ]

অনাথ— মায়া ! আইটি। এতিয়া অলপ ভাল পাইছানে ?

মায়া— হয় দেউতা। ভাল পাইছো। আপুনি মোৰ লগতে কিয় কষ্ট খাইছে ? দুটামান কিবাকিবি খাওকগৈ। মোৰ একো হোৱা নাই।

অনাথ— মোৰ কাৰণে চিন্তা নকৰিবা আই ! তুমি আৰোগ্য হলেই দুয়ো একেলগে খাম। ভগবানক খাটো তুমি

আজিয়েই যেন সকাহ পোৱা। আই কামাখ্যা, মোৰ আইৰ দুখ আজিয়েই হৰণ কৰি নিয়া। আই ভগৱতী! মোৰ ফালে এবাৰ কটাক্ষেৰে কৃপা কৰা। চাৰি বছৰ বয়সতে মোৰ বাচাক এৰি মোৰ পত্নীয়ে স্বৰ্গধামলৈ গুচি গল। কিনো কম তেওঁৰ গুণ। যেনে ৰূপৱতী তেনে গুণৱতীও আছিল। মই দুৰ্ভগীয়াকহে যমে বিচাৰি নাপালে। সিদিনাৰে পৰা সংসাৰৰ সকলো সুখ ত্যাগ কৰি মোৰ মায়াক বুকুত সাবটি লৈ দিন কটাইছো। তাইৰ মুখখনিলৈ চাইয়েই মই সংসাৰৰ সকলো নিকাৰ পাহৰি যাওঁ। আই ভগৱতী। মই বৰ দৰিদ্ৰ, মোৰ বুকু শুদা নকৰিবা। অলপ দয়া কৰা।

[ চকুলো টোকে ]

মায়া— [ সপোনতে হাঁহি ] তুমি দুষ্মন্ত হলে মই শকুন্তলাৰ ভাও দেখুৱাম।

অনাথ— আই! মায়া! মায়া!! কি হৈছে? সপোন দেখিছা?

মায়া— [ চকু মেলি কি হৈছে পিতা! পিতা!

অনাথ— তুমি দেখোন কেনেকুৱা কৰিছা। মুৰ ঘুৰিছে নেকি?

মায়া— আপুনি ইমান চিন্তা কৰে কিয়? মই সম্পূৰ্ণ ভাল পাইছো। দুদিনৰ জ্বৰতে ইমান ভয় কৰেনে?

অনাথ— কি কম আই। মই বৰ ভিকহু।

[ চাওদাং আৰু দূতৰ প্ৰবেশ ]

চাওদাং—[ ভিতৰৰ পৰা ] ঘৰত আছানে? বোলো ঘৰত আছানে?

অনাথ— (স্বগতঃ) বৈদ্য ঠাকুৰ বোধহয়। ভালেই হল। (ফুটাই) ঠাকুৰ আহক!



চাওদাং—[ ভিতৰলৈ আহি ] কোন ঠাকুৰ? মই চাওদাং বৰুৱা। পিচে, মই বৰ জৰুৰী কাৰণত আহিলো। তোমাৰেই ছোৱালীজনীৰ নাম মায়া?

অনাথ— হয় দেউতা। এইজনীয়েই। আজি দুদিন ধৰি জ্বৰ।

চাওদাং—তেনেহলে বলা এতিয়াই দুয়োজনে। ৰজাৰ আদেশ।

অনাথ— ৰজাৰ আদেশ! কি অপৰাধ কৰিলো দেউতা?

চাওদাং—এতিয়া নজনাই হলানে? মোতকৈ তোমাৰ গুণৱতী ছোৱালীয়ে ভালকৈ জানে। তাইকে পিচত সুধি লবা। এতিয়া বলা মই পলম কৰিব নোৱাৰো। পলম হলে মোৰেই ডিঙিকটা যাব। বলা বলা দুয়ো বলা।

অনাথ— মায়া কেনেকৈ যাব দেউতা। তাই যে জ্বৰতে উঠিবকে নোৱাৰে।

চাওদাং—সেইবোৰ মই নুবুজো। এনেয়ে যাবা, নে বান্ধি নিম।

মায়া— দেউতা, মই কি কুক্ষণত জন্মগ্ৰহণ কৰিছিলো। [কান্দে]

অনাথ— [কান্দি] মায়া! মই তোৰ কিয় অধম পিতা হৈছিলো। মই কিয় জীয়াই আছো।

[ মায়াক সাৱটি ধৰে ]

চাওদাং—অ,' মোক ভোদাৰাম পাইছে ইহঁতে। দুয়ো পেৰেম আলাপন লগাইছে। কি চাই আছা। বান্ধ। বান্ধ দুয়োকো। বান্ধ সোনকালে।

অনাথ— নাবান্ধিব দেউতা। মোক বান্ধক দেউতা। মোক বান্ধক।

[ দূত আৰু চাওদাঙক সেৱা জনাই নিজৰ হাত আগবঢ়াই দিয়ে ]

চাওদাং—এই মতাটোক বান্ধ। মাইকীজনীয়ে এনেয়ে পিছে পিছে যাব। [ বান্ধে ]

অনাথ— দেউতা ঔ, দেউতা ঔ।

[ দূতে অনাথক ৰান্ধি টানি নিয়ে। মায়াই অনাথৰ পিছে পিছে কান্দি কান্দি লগে লগে যায় ]

চাওদাং—কইনা বুলনৰ চলনেৰে কাম নচলিব। ঠেং লম্বা কৰ। ৰাজপটেশ্বৰী কৰিবলৈ তোক মই ধৰি নিব অহা নাই।

[ লাঠীৰে মায়াক কোব মাৰে ]

অনাথ— [ ভিতৰৰ পৰা ] নামাৰিব ঐ দেউতা—দেউতা।

—পট পৰে—

## চতুৰ্থ দৃশ্য

### বিচাৰকক্ষ

[ অজিত, সুদৰ্শন, লক্ষ্মীসিংহ, গুৰুদেৱ, চাওদাং, মায়া অনাথ, দূত, প্ৰশান্তসিংহ ?

অজিত—[ অকলে ] এতিয়াও বিচাৰৰ সময়লৈ অলপ বাকী। এতিয়াও কোনেও ইয়াত উপস্থিত হোৱা নাই। মোৰ গুপ্ত অভিসন্ধি পথৰেও যেন শত্ৰুহীন হৈ আগুৱাব পাৰো। অমাৱস্যাৰ ঘোৰ অন্ধকাৰেৰে আবৰি থকা নিশা বাটৰ কাষতে, মই কেঁটীগোম হৈ খাপ লৈ থাকিম আৰু যেতিয়াই ইহঁতে সেই অন্ধকাৰত পথ নেদেখি বিমোৰ হব,



তেতিয়াই—তেতিয়াই মই মনৰ হেপাহেৰে দংশন কৰিম। সৌৱা সুদৰ্শন আহিব ধৰিছে।

[ সুদৰ্শনৰ প্ৰবেশ ]

সুদৰ্শন—মহাৰাজ দেখো এতিয়াও অহা নাই। পিছে আপোনাক অকলে পাই ভালেই হল। আজিৰ বিচাৰৰ বিষয়ে আপুনি বোধহয় ভালকৈ জানে। আপোনাৰ শৰীৰৰ অসুস্থতাৰ কাৰণেই মই ওৰে দিনটো ৰাজকাৰ্য্যতেই ব্যস্ত থাকিবলগীয়াত পৰিছো। কামো অলপ বাঢ়িছে। গতিকেই এই ফালৰ খবৰৰ বিশেষ ভু নাপাওঁ।

অজিত— মই আকৌ আপোনাক গোপনে অলপ সুধি লম বুলিহে আগতেই ওলাই আহিলো। পিছে আপুনিও মোৰ দৰেই একোৰে ভু নোপোৱা সৰলচিতীয়া মানুহ। মই অলপমানহে ইকাণে সিকাণে খবৰ পাইছো যে কোঁৱৰ প্ৰশান্তই এজনী ৰূপহী বেশ্যাক বিয়া কৰাইছে। মোৰ কিন্তু কথাটো বিশ্বাস হোৱা নাই।

সুদৰ্শন—মইও ঠিক্ এনেভাৱেই এই খিনিকেই শুনিছো। মোৰো বিশ্বাস নহয়।

[ ৰজা, প্ৰশান্ত আৰু গুৰুদেৱৰ প্ৰবেশ ]

লক্ষ্মী— গুৰুদেৱ। আপোনাক আজি বিশেষ জৰুৰী কামতেই মতাই অনা হৈছে।

গুৰুদেৱ—আজ্ঞা কৰক মহাৰাজ। মোৰ দৰে দৰিদ্ৰ ব্ৰাহ্মণৰ দ্বাৰাই যদি আপোনাৰ কিবা উপকাৰ… … …

লক্ষ্মী— নহয়। আপোনাক আজি মোৰ উপকাৰৰ বাবে মতোৱা নাই—মাতিছো গুপ্ত প্ৰেমৰ সৰল ব্যাখ্যাৰ বাবে।

গুৰুদেৱ—গুপ্ত প্ৰেম ?

লক্ষ্মী— হয় গুপ্ত প্ৰেম। সঠিককৈ কওক প্ৰশান্তৰ গুপ্ত প্ৰেমৰ বিষয়ে আপুনি কি জানে ? মনত ৰাখিব আপুনি স্বয়ং মহাৰাজ লক্ষ্মীসিংহৰ আগত কথা কৈছে।

প্ৰশান্ত—( স্বগতঃ ) সৰ্ব্বনাশ !

গুৰুদেৱ—কোৱঁৰ প্ৰশান্তৰ গুপ্তপ্ৰেম ? ই যে অসম্ভৱ কথা মহাৰাজ।

লক্ষ্মী— সম্ভৱ—অসম্ভৱৰ প্ৰশ্ন মই কৰা নাই। মই আপোনাক সুধিছো আপুনি জানে নে নেজানে।

গুৰুদেৱ—মহাৰাজ। মোক বিশ্বাস কৰক। মই চন্দ্ৰ-সূৰ্য্যক সাক্ষী কৰি কৈছো, সেই বিষয়ে মই একো নাজানো।

লক্ষ্মী— অলপো নাজানে ?

গুৰুদেৱ—হয় মহাৰাজ। তিলমাত্ৰও নাজানো।

লক্ষ্মী— তেনেহলে—আপোনাৰ আশ্ৰমৰ ওচৰত যদি কোনো নীচ জাতীয়া কুমাৰীৰ লগত কোৱঁৰৰ গুপ্ত প্ৰেমৰ সন্ধান ওলায় তেনেহলে আমি বুজিম—যে আপোনাৰ উপযুক্ত তত্বাবধানৰ অভাৱতেই তেনেকুৱা হৈছে। আৰু তাৰ কাৰণে দোষী আপুনি।

প্ৰশান্ত— দেউতা। গুৰুদেৱৰ··· ··· ··· ···

লক্ষ্মী— তোমাৰ উত্তৰ মই বিচৰা নাই।

গুৰুদেৱ—মহাৰাজ। মোক বিশ্বাস কৰক। মোৰ কোনো ক্ৰটি নাই।

প্ৰশান্ত— পিতাদেউ ! গুৰুদেৱৰ কোনো দোষ নাই। তেওঁ মোক আপোনাতকৈও বেছি মৰমৰ চকুৰে চায়।



লক্ষ্মী— গুৰুদেৱ। আপুনি এতিয়া যাব পাৰে। উপযুক্ত সময়ত আপোনাক মতোৱা হব।

[ গুৰুদেৱৰ প্ৰস্থান ]

লক্ষ্মীসিংহ—কোৱঁৰ এতিয়াও কৈছো—কথা যদি সঁচা হয় তেন্তে ই বৰ লাজৰ কথা। এই বাতৰি শুনি মোৰ শৰীৰত যি অগ্নি জ্বলি উঠিছিল—ভাবিছিলো যেন মোৰ সৰ্ব্বশৰীৰ দেই পুৰি যাব ; কিন্তু তোমাৰ মুখলৈ চাই মোৰ হৃদয় আকৌ জুৰ পৰিল। কোৱঁৰ ! মনত ৰাখিবা তুমিয়েই মোৰ একমাত্ৰ উত্তৰাধিকাৰী। তুমি ৰজাৰ পুত্ৰ। এই ৰাজ্য ধন ৰত্ন সকলো তোমাৰ। তোমাক যি লাগে তাকে দিম। তোমাৰ সুখৰ কাৰণে মই ৰাজ্যৰ সকলো শক্তি প্ৰয়োগ কৰিম। মাত্ৰ মোৰ সুখৰ কাৰণে তুমি এইবোৰ বলিয়ালি এৰি মোৰ সুখ্যাতি ৰাখা।

সুদৰ্শন— কোঁৱৰ ! মহাৰাজৰ অন্তৰত অশান্তি নিদিবা। তুমি সচা কথা কোৱা। দোষ হলে ক্ষমা ভিক্ষা খোজা।

লক্ষ্মীসিংহ—নিমাত কিয় কোৱঁৰ ? বুজিলো—তুমি দোষী।

অজিত—মৌনেন সম্মতি লক্ষণম।

[মায়া, অনাথ, চাওদাং আৰু দূতৰ প্ৰৱেশ। অনাথক বান্ধি আনে আৰু বান্ধ মোকোলাই দিয়ে।]

চাওদাং—[সেৱা জনাই ] এই মাত্ৰ আহি পালো মহাৰাজ। এই-জনীয়েই মাইকী—আৰু ই - বাপেক।

প্ৰশান্ত— ( স্বগতঃ ) হায়, ভগবান ! মই কি দেখিলো ? মায়াক বড়যন্ত্ৰ কৰি ইয়ালৈ লৈ আহিছে। গোটেই মুখমণ্ডল তেজৰ দৰে ৰঙা পৰি গৈছে। কেনেকৈ তেওঁক ৰক্ষা কৰো।

(ফুটাই) দেউতা, দেউতা, মই সুধিব পাৰোনে? কোনে এই নিৰপৰাধী বালিকাক বিচাৰ কক্ষত হাজিৰ কৰাবলৈ......

লক্ষ্মী— মই আদেশ দিছো। মহাৰাজ লক্ষ্মীসিংহই নিজে আদেশ দিছে। দোষী হলে ইহঁতক কঠোৰ শাস্তি বিহিম। সেনাপতি, তুমি এই জঘন্য হতক প্ৰশ্ন কৰা।

প্ৰশান্ত—(স্বগতঃ) মই জীয়াই থাকোতে শাস্তিৰ বিধান—। হায় প্ৰভু ৰক্ষা কৰা।

অজিত—আজি তোমালোকক বিশেষ কাৰণত ৰাজ-সভালৈ অনা হৈছে।

(অনাথলৈ চাই) বাৰু, কোৱাচোন তোমাৰ নাম কি?

অনাথ— প্ৰভু। মোৰ নাম অনাথ। আপোনাৰ গোলাম। আহোতে বাটত চাওদাংটোৱে মায়াক বৰকৈ কষ্ট দিছে।

অজিত—মায়া তোমাৰ কি হয়?

অনাথ— মায়া মোৰ কন্যা।

অজিত—তোমাৰ কন্যাৰ বাওঁ হাত খন দাঙি ধৰাচোঁন।

অনাথ— (মায়াৰ বাও হাতখন দাঙি ধৰি) এইখন প্ৰভু।

অজিত—দেখিছে মহাৰাজ। কোৱঁৰৰ আঙঠি এইৰ হাতত এতিয়াও বৰ্ত্তমান। এই আঙঠি কত পালি মায়া?

মায়া— (নিমাত)

প্ৰশান্ত—সেই আঙঠি মই দিছো উপহাৰ। কি অপৰাধ হল?

লক্ষ্মী— কি অপৰাধ? নিৰ্লজ্জ কুকুৰ। তই ইয়াৰ পৰা আতৰ হ। মই তোৰ মুখ চাবলৈ ইচ্ছা নকৰো। মই ইহতক শাস্তি দিম, এনেকুৱা শাস্তি দিম যাতে সেই কথা



শুনি বনৰ বাঘ ভালুকেও কান্দি উঠে। তয়েই সেই মায়া? পাপীয়সি! চাওদাং! এইক বান্ধি নি কাৰাগাৰত থৈ দে।

(চাওদাঙে বান্ধিব খোজে)

প্ৰশান্ত— খবৰ্দাৰ। এখোজ আগ নাবাঢ়িবি।

লক্ষ্মী— প্ৰশান্ত!

প্ৰশান্ত— পিতাদেউ!

লক্ষ্মী— আৰু সহ্য নহয়। এতিয়াই এইক কাটি মোৰ প্ৰাণৰ জ্বালা জুৰাও। (কাটিবলৈ উঠে কিন্তু প্ৰশান্তই আগ বাঢ়ি ডিঙি পাতি দিয়ে)

প্ৰশান্ত— নিঃসহায় অবলাক হত্যা কৰাতকৈ মোক হত্যা কৰক দেউতা। মই সাজু। দেউতা! মই জানো সংসাৰত ধনী গৰীব ৰজা-প্ৰজা সকলোৱেই মানুহ। মানুহ মাত্ৰেই দুদিনৰ কাৰণে ৰজা-প্ৰজা। সকলোৰে শেষ শ্মশান। মানুহে মানুহক ঘিণ কৰা মহাপাপ। শামুকৰ ভিতৰতো মাণিক থাকে, সাগৰৰ তলিতো হীৰা মুক্তা থাকে। মায়াক মই কেতিয়াও এৰিব নোৱাৰো। এবাৰ যাক মোৰ হৃদয় মন্দিৰত ঠাই দিছো তাক মই কেতিয়াও বিমুখ কৰিব নোৱাৰো। এইয়ে মোৰ শেষ কথা। যদি ইয়াত মোৰ দোষ হৈছে মোক যি ইচ্ছা কৰিব পাৰে। কিন্তু নিৰপৰাধী সহায়হীনাক বিনাদোষত শাস্তি দিয়াৰ কাৰণেই ৰজাৰ সৃষ্টি হোৱা নাই।

লক্ষ্মী— অসহ্য, পুত্ৰ হৈ তই পিতৃক অপমান কৰিলি?

(অজিতসিংহই ৰজাৰ কাণে কাণে কিবা কিবি কয়)

শুন ! শুন, মোৰ পাষাণ হিয়াৰ কঠোৰ আদেশ—
আজি হন্তে তোৱা তুমি-ৰাজ্যৰ-বাহিৰ
দেশান্তৰ কৰিলো তোমাক—
আজি হন্তে তুমি মোৰ নোহোৱা সন্তান
মইও নহও কোনো তোৰ। হাঃ হাঃ হাঃ!

সুদৰ্শন— কি কৰিলে ? কি কৰিলে মহাৰাজ। আকো এবাৰ চিন্তা কৰি চাওক। আপুনি সৰ্ব্বনাশ কৰিলে।

লক্ষ্মী— চাইছো। বহু চিন্তা কৰি চাইছো। চিন্তাৰ একো মূল্য নাই।

মায়া— হায় ভগবান। এতিয়াও মই জীয়াই আছো কিয় ?

অনাথ— মায়া ! মায়া !! মই তোমাক কলৈ লৈ আহিলো ?

প্ৰশান্ত—( ৰাজ পোছাক সোলোকাই দি )
পিতৃদেৱ, কবলৈ নাই একো মোৰ
তব আজ্ঞা শিৰোধাৰ্য্য কৰি, মাগিলো বিদায়।
আহা মায়া। আমাক ৰাজ্য-সুখ নালাগে। ভিক্ষাৰ সজুলি লৈ ঘৰে ঘৰে ভিক্ষা কৰি খাম। ( যাব খোজে )

অনাথ—মায়াক কলৈ নিয়া বোপা। মায়াক মই এৰিব নোৱাৰো

লক্ষ্মী— খবৰদাৰ প্ৰশান্ত। মায়া এতিয়াও মোৰ বিচাৰাধীন। ইহত মোৰ দোষী প্ৰজা। দৰকাৰ মতে মই ইহতৰ শাস্তি বিধান কৰিম। তই এই মুহূৰ্ত্তে আতৰ হৈ যা ; নহলে বন্দী কৰি নগৰৰ বাহিৰত থৈ অহাৰ ব্যৱস্থা কৰা হব।

প্ৰশান্ত— বন্দী কৰাৰ কোনো দৰকাৰ নাই। মই নিজে আতৰ হম পিতাদেউ, মোৰ শেষ সময়ৰ শেষ অনুৰোধ—নিৰপৰাধী বালিকা এজনীৰ ওপৰত অত্যাচাৰ নকৰিব।



( মায়াৰ ফালে কৰুণ ভাবেৰে চাই প্ৰস্থান )
( ৰজাই ক্ষন্তেকৰ কাৰণে প্ৰশান্তৰ মায়াত মোহ গৈ ধৰিবলৈ যায় আৰু চেতনা পাই ফিৰি আহে )

মায়া— কোৱঁৰ, কোৱঁৰ ! ( ঢলি পৰে )

অনাথ— মহাৰাজ, মোক হত্যা কৰক। মোক হত্যা কৰক। কি ? নকৰিলে ? নালাগে মোৰ পথ মই নিজেই মুকলি কৰো। ( নিজৰ বুকুত ছুৰী বহুৱাই দিয়ে )
উঃ ভগৱান ! ( মৃত্যু )

লক্ষ্মী - পুত্ৰক বৰ্জ্জন কৰিলো। মই কি অধম। ( মূৰ্চ্ছা যায় )

অজিত—মহাৰাজ, মহাৰাজ ! আপোনাৰ কি হ'ল।
( পট পৰে )

—ঐক্যতান—




# তৃতীয় অঙ্ক

## প্ৰথম দৃশ্য

### বননি

( হীৰা, বীৰচিং, মোহনচিং, ৰূপচিং )

হীৰা – দেউতা। এই অটব্য অৰণ্যত আৰু কিমান দিন এই দৰে থাকিম ? মোৰ আৰু ইয়াত থাকি থাকি আমনি লাগিছে। নগৰলৈ নাযায়নে ?

বীৰচিং—আইটি। নগৰ বৰ ভয়ানক ঠাই। এই প্ৰকৃতিৰ দানেৰে প্ৰস্ফুটিত আৰু গৌৰবান্বিত বন এৰি স্বাৰ্থপৰ মোহান্ধ নগৰলৈ গৈ লাভ কি ? তাত দেখিবা—এজনে দুবেলা দুমুঠি ভাত নাপাই ভোকত আতুৰ হৈ প্ৰাণ বিসৰ্জ্জনৰ পথ বিচাৰিছে। আন হাতে এজনে ৰাজ কাৰেঙত প্ৰমোদ বিলাসী হৈ মৃত্যুমুখী প্ৰজাক শোষণ কৰি দিনৌ পৰমান্ন খাইছে। ইজনে সিজনক ঘৃণা কৰে আৰু হিংসাৰে পৰিপূৰ্ণ সেই ঠাই। কোনোৱে ধৰ্ম্ম মন্দিৰত সোমাবলৈ অধিকাৰ পাইছে, কোনোৱেবা তাৰ ওচৰলৈকে যাব নোৱাৰে। অৰ্থ আৰু ক্ষমতাৰ লোভত মানুহে মানুহক হত্যা কৰিছে। মানুহে মানুহক ফাকি দি আত্ম-গৌৰব কৰিছে। যাম, এদিন নগৰলৈ যাম যিদিনা এই স্বাৰ্থপৰহতক দমন কৰিবলৈ সক্ষম হম। মই ধনী দৰিদ্ৰ সমান কৰিম। মই ৰজা প্ৰজা সমান কৰিম। ব্ৰাহ্মণ আৰু চণ্ডালৰ অধিকাৰ



সমান কৰিম। সেই দিনলৈ আৰু বেছি সময় নাই। ধনীৰ ধন লুট কৰিম, অহঙ্কাৰীৰ অহঙ্কাৰ চূৰ্ণ কৰিম, ৰজাৰ ভৰাল প্ৰজাৰ হাতত বিলাই দিম। সমাজ সংস্কাৰ কৰিম আৰু হৰিজন গঠন কৰি—ক্ষমতা সকলোকে সমানে বিলাই দিম। কৰ্ত্তব্য সাধন কিম্বা শৰীৰ পতন।

হীৰা— আপোনাৰ কথাত মই পৰম তৃপ্তি লাভ কৰিলো। তেনেহলে ময়ো সেই স্বাৰ্থপৰহতৰ মাজলৈ নাযাওঁ। সকলো সময়তে আপোনাৰ লগত থাকি, প্ৰকৃত শিক্ষা লাভ কৰিম।

বীৰচিং—হীৰা, কৰ্ম্মময় জীৱন এনেদৰেই অতিবাহিত কৰিব লাগিব। আজি কিছুমান দিনৰ পৰা তোমাৰ সুৱদি গীত শুনিবলৈ পোৱা নাই। এটি গীত গোৱা।

হীৰা— কি গীত গাম দেউতা ?

বীৰচিং—তোমাৰ সেই জাতীয় সঙ্গীতটো।

হীৰা— বাৰু দেউতা। শুনক [ গীত গায় ]

### গীত

তাল কাহাৰবা

জাগা জাগা জাগা ভাই জনতাৰ দল
স্বাধীন ভাৰতৰ তুমিহে বল ॥
আগুৱাই বলা, বলা আগুৱাই
এক জাতি এক প্ৰাণ লৈ –
নৈতিক স্বাধীনতা আছে বাকী
চকুলো টুকিছে আজি পদানত দল ॥

কৃষক, বনুৱা, দৰিদ্ৰ, নিৰক্ষৰ
হে মোৰ গাৱঁলীয়া ভাই—
আগবাঢ় তই—আদৰ্শ মহাত্মাৰ শিৰত লৈ,
আত্ম প্ৰতিষ্ঠাৰ দ্বাৰ—মুকলি তোৰ
স্বাধীন জননীৰ জনতাৰ দল—
জাগা জাগা জাগা ভাই………॥

[গীতৰ শেষত মোহন আৰু ৰূপসিঙৰ প্ৰবেশ]

মোহনচিং—[প্ৰণাম জনাই] ছৰ্দ্দাৰ, আজি বৰ শুভ সংবাদ।

বীৰচিং—সুবিধা হবনে?

ৰূপচিং—হয় ছৰ্দ্দাৰ। কেইজনমান ধনী সদাগৰ এই বাটেৰে বণিজ কৰিবলৈ যোৱাৰ বাতৰি বহু কষ্টেৰে যোগাৰ কৰিলো।

মোহনচিং—সিহঁতে ধন-ৰত্নেৰে সৈতে বোধহয় এতিয়াই এই ঠাই পাবহি।

বীৰচিং—শুভ সংবাদ। হীৰা, কৰ্ত্তব্যৰ অনুৰোধ উপেক্ষা কৰি আৰু থন্তেকো ৰব নোৱাৰো। মোৰ ঘোৰা সজোৱা আছেনে?

মোহনচিং—সেইফালে সকলোবোৰ সাজুকৈ ৰাখিছো।

বীৰচিং—আহিলো হীৰা।

বীৰচিং, মোহন আৰু ৰূপচিঙৰ প্ৰস্থান। আনফালে হীৰাৰ প্ৰস্থান]

## দ্বিতীয় দৃশ্য

কাৰাগাৰ

[মায়া, চাওদাং, চন্তৰী]

মায়াৰ গীত

তাল দাদৰা

হিয়া ভাঙি কেনি গল আশা যে মনতে ৰ'ল
নিৰাশাতে দিন যায়—অশ্ৰু নিজৰা বয়
বেদনাৰে কাৰাগাৰ—নাই যে কৰুণা ধাৰ
আছে ব্যথাভৰা (২) শোকৰ বিননি সুৰ
সৌ যে দূৰে দূৰে কাৰ ছায়া ঘূৰি ফুৰে
কাৰ কথা কাক কয় মাতে বাৰে বাৰে বাৰে
(মোৰ) প্ৰেম যদি পৰে সৰি ডুবে সাগৰত তৰি
জলাম প্ৰদীপ হায় (তব) প্ৰেম দেউলত গই
ব্যথা ধূপ দ্বীপ জ্বালি
শুকাম শোকৰ ধল
আশা যে মনতে ৰল……

মায়া—(গীতৰ শেষত)—কাৰাগাৰ কাৰাগাৰ। নিৰ্জন নিৰ্ম্মম কাৰাগাৰ। এমাহ ধৰি এই লৌহ-নিৰ্ম্মিত কৰুণা বিহীন অন্ধকাৰ কাৰাগাৰত পৰি আছো। চকুত টোপনি নাই, পেটত ভোক নাই। হয়তো এই পাষাণ কাৰাগাৰতেই তিল তিলকৈ মোৰ জীৱনৰ শেষ পোহৰ বিসৰ্জন

দিব লাগিব। হায়—বিধাতা! মোৰ ভাগ্যত এইয়ে লিখা আছিলনে? মহাৰাজ, মই কি দোষ কৰিলোঁ? ভগৱান! সহায়বিহীন হৈ মুক্ত আকাশৰ তলত থকা এটি অবলাৰ এধানি সুখ তোমাৰ সহ' নহল। কোঁৱৰক মোক আনি দিয়া প্ৰভু! কোঁৱৰক আনি দিয়া। তেওঁ চাগৈ মোৰ কাৰণে প্ৰাণ বিসৰ্জিব ওলাইছে, কান্দি কান্দি পথ নেদেখা হৈছে। ভগবান! মই কি উপায় কৰোঁ।

[চাওদাংৰ প্ৰৱেশ]

চাওদাং—হেৰৌ, মানুহজনী, তোক কিহে পালে। এনেকৈ থাকিলে আৰু দুদিন পাচতে তই পঞ্চত্বং গত। তোৰ এই অতুলনীয় ৰূপ যৌবন চুৰনীত পেলাই নষ্ট নকৰিবি। এতিয়াও কৈছোঁ তই মোক স্বামী ভজ। ৰাজী হ। বল, দুয়ো ইয়াৰ পৰা একে ৰাতিয়েই পলাই যাওঁ।

মায়া— মই ক'ত? দেউতা ক'ত? কোঁৱৰ ক'ত? কোঁৱৰ! কোঁৱৰ! মোক লৈ বলা, মোক ঘিণ নকৰিবা! হায়! হ নাহিলা?

চাওদাং—ধেৎ, কুমাৰ চুমাৰৰ কথা এৰ। সময়ৰ সোঁত বুজি নিজৰ ব্যৱস্থা কৰ। তই নাজান। মই বৰ প্ৰেমিক। তই যদি ৰাজী হৱ, তেনেহলে মই মোৰ লৰা পাচটাৰে সৈতে তাইকো এৰি দিবলৈ ৰাজী। যাচি দিয়া চাওদাং বৰুৱাক যদি নলৱ তেন্তে পিচত খুজিলেও নাপাবি।

মায়া— (আঙঠি সোলোকাই বুকুৰ মাজত লৈ) সকলো শেষ হল। সৰু কালতেই আই মৰিল। মোৰ



এধানিমান সুখ সহ্য কৰিব নোৱাৰি করুণাময়ে করুণা-বিহীন হৈ মোৰ পিতাক হত্যা কৰালে. প্ৰাণাধিক প্ৰাণেশ্বৰক দেশান্তৰ কৰালে। এতিয়া একমাত্ৰ সম্বল প্ৰিয়তমৰ প্ৰেম উপহাৰ এই আঙঠি। এই আঙঠি-কেই মই পূজা কৰিম। বুকুৰ মাজত লৈ কান্দিম, হাহিম, খেলিম। ইয়েই মোৰ একমাত্ৰ সম্বল। কোঁৱৰ, কোঁৱৰ! (মূৰ্চ্ছা যায়)

চাওদাং—এই বেটী পাগল হল। আঙঠিটোকেই বোলে পূজা কৰিব, সেইটোৰ লগতেই বোলে প্ৰেম কৰিব। নিৰ্জীৱ পদাৰ্থৰ লগতো কোনোবাই প্ৰেম কৰেনে? বাৰু। আঙঠিটো এইৰ পৰা আতৰাব পাৰিলে বোধ হয় কোঁৱৰক পাহৰি যাব। চুৰ কৰি বেচিলেওটো বহুত মূল্য পাম। এতিয়াই এই কাম কৰা উচিত। (আঙঠিটো লাহে লাহে গৈ চুৰ কৰি আনি) চন্তৰী, চন্তৰী!

[চন্তৰীৰ প্ৰৱেশ]

চন্তৰী— কি হুজুৰ।

চাওদাং—চুপ, চুপ। এই আঙঠিটো লৈ গৈ অতি গোপনে গোপনে নগৰত বিক্ৰী কৰি আহ। কম হলেও এহেজাৰ টকা দাম হব, তোৰ চাৰি অনা, মোৰ বাৰ অনা

চন্তৰী— নহয় হুজুৰ। আঠ অনা, আঠ অনা।

চাওদাং—বাৰু যা।

চন্তৰী— মোক কিন্তু নগৰৰ বাহিৰ কৰি থৈ আহিব লাগিব।

চাওদাং—কটা সাহসৰ ঢেকীঠোৰা। বল, বল।

[দুয়োৰো প্ৰস্থান]

মায়া— [চেতনা পাই] আঙঠিটো কি হল! কোনে নিলে! হায় ভগবান।

[পুনৰ মূৰ্চ্ছা যায়]

—পট পৰে—

# তৃতীয় দৃশ্য

অজিত সিংহৰ কক্ষ।

[অজিতসিংহ, লীলা, ১ম গুপ্তচৰ, ২য় গুপ্তচৰ, লক্ষ্মীসিংহ]

অজিত—[অকলে] আনন্দ, আনন্দ,—মোৰ কি আনন্দ। মহাৰাজে অবোধ বালকৰ দৰে নিজৰ হাতৰ কুঠাৰ ভৰিত মাৰিলে। নিজৰ একমাত্ৰ পুত্ৰক দেশান্তৰ কৰি তেওঁৰ সিংহাসনৰ ভবিষ্যত-উত্তৰাধিকাৰীহীন কৰিলে। লগে লগে মোৰো ভবিষ্যতৰ পথ মুকলি হ'ল। কিন্তু আৰু বেছি সময় অপেক্ষা নকৰো। তপতে তপতে ৰজাকো যি কোনো উপায়েৰে হত্যা কৰিবই লাগিব। কিন্তু ভয় হয়——প্ৰশান্তই এই বাতৰি পাই দলে বলে আহি মোৰ ৰাজ্য আক্ৰমণ কৰে বুলি। ঠিক। ৰজাক হত্যা কৰাৰ লগে লগে প্ৰশান্তকো হত্যা কৰিবই লাগিব। মৃত্যুমুখী প্ৰশান্ত। তোক দেশান্তৰ কৰি মই শান্তি পোৱা নাই। বৰঞ্চ অশান্তি বাঢ়িছেহে। তোক মই গুপ্তঘাতকৰ দ্বাৰা হত্যা কৰাম। ক'ত পলাই সাৰিবি। পৰ্ব্বতৰ গুহাত থাকিলে পৰ্ব্বত ফালিম।



সাগৰত ডুবগৈ থাকিলে পানী সিঁচি উলিয়াম। মাটিৰ তলত থাকিলে পৃথিৱী ফালিম।

[দুজন গুপ্তচৰৰ প্ৰবেশ]

গুপ্তচৰ—(উভয়ে) আমাক কিয় মতালে সেনাপতি ডাঙৰীয়া?

অজিত—তহঁতক অতি জৰুৰী কামতেই মতোৱা হৈছে। যদি কাম সমাধা কৰিব পাৰ তেনেহলে উপযুক্ত পুৰস্কাৰ পাবি।

১মগুপ্ত—আমাক কিয় সন্দেহ কৰে সেনাপতি ডাঙৰীয়া। কৰ্ত্তব্য যিমানেই কঠোৰ নহওক, আমি সমাধা কৰিমেই।

অজিত—শুনি সুখ পালো। তেনেহলে তহঁতে এতিয়াই প্ৰতিজ্ঞা কৰ প্ৰাণান্তেও গুপ্তকথা প্ৰকাশ নকৰো বুলি আৰু কাৰ্য্য সমাধা কৰিম বুলি।

উভয়ে—আমি গুপ্তকথা প্ৰকাশ নকৰো।

অজিত—বেছ তেনেহলে। মোৰ আদেশ, যি কোনো উপায়েৰে দেশান্তৰি কোৱঁৰ প্ৰশান্তক গুপ্ত-ভাবে হত্যা কৰিব লাগে। সাৱধান যেন এটি গুৰি পৰুৱাইও খবৰ নাপায়। এই ল দুশ সোণৰ মোহৰ। কাৰ্য্য সিদ্ধি হলে ইয়াৰ দহ গুণ পাবি।

উভয়ে—আমি যি কোনো উপায়েৰে কোৱঁৰক হত্যা কৰিম।

অজিত—শুন তেনেহলে। যদি বিফল মনোৰথ হৈ ফিৰি আহ বিনা বিচাৰে তহঁতৰ মুণ্ড কাটিম। যা এতিয়া।

[গুপ্তচৰৰ প্ৰস্থান]

এইবাৰ মোৰ শেষ চেষ্টা। হয় মৰিম নহয় মাৰিম। বাৰু। এতিয়া সেনাপতি সুদৰ্শনৰ কি ব্যৱস্থা কৰো।

নহয়, সুদৰ্শনক হত্যা নকৰো। সুদৰ্শনক যি কোনো উপায়েৰে মোৰ হাতৰ মুঠিত আনিবলৈ চেষ্টা কৰিম।

[ লীলাৰ প্ৰবেশ ]

লীলা— প্ৰিয়তম। এতিয়া নতুন বুদ্ধি আকৌ কি সাজিছে? মই মহাৰাণী হম আৰু আপুনি মহাৰাজ হব। আহা— কি সৌভাগ্যৰ কথা। মই যে অধীৰ হৈ পৰিলো প্ৰিয়তম।

অজিত—অধীৰ হলে নহব প্ৰিয়ে। সম্মুখত কঠোৰ কৰ্ত্তব্য পৰি আছে। পিছে তুমি এটা ভয়ানক কাম কৰিব লাগে।

লীলা— কি? কওক, মই নিশ্চয় কৰিম। যদি মাকৰ বুকুৰ কেচুৰা কাঢ়ি আনি শিলত দলিয়াব লাগে তথাপি আগ বাঢ়িম। মই আপোনাৰ উপযুক্তা পত্নী।

অজিত—তুমি যি কোনো উপায়েৰে ৰজাক হত্যা কৰিব লাগে। কাৰণ তুমি অসময়তো ৰাজ কাৰেঙৰ ভিতৰলৈ গৈ এই কাণ্ড কৰিলেও কোনেও তোমাক সন্দেহ নকৰে। পাৰিবাতো?

লীলা— নিশ্বয় পাৰিম! মোৰ বুদ্ধি নাই যদিও আপোনাতকৈও সাহ বেছি।

অজিত—তুমিয়েই মোৰ উপযুক্তা জীবন সঙ্গিনী।

( লক্ষ্মীসিংহৰ প্ৰবেশ )

লক্ষ্মী— সেনাপতি। মোৰ ভাগ্যত এইয়ে লিখা আছিলনে? মই যে ভাবি ভাবি শুকাই ক্ষীণাই যাব ধৰিছো। মই কি সৰ্ব্বনাশ কৰিলো। একমাত্ৰ পুত্ৰক সামান্য দোষত মতি ভ্ৰম হৈ দেশান্তৰ কৰিলো। এতিয়া মোৰ



ভবিষ্যতৰ পথ কি হব? হায়! হায়!! মই কি অধম। মই কি অধম। পুত্ৰক দেশান্তৰ কৰাৰ আগেয়ে মোৰ মৃত্যু নহল কিয়?

লীলা— কি কৰিব মহাৰাজ। যাৰ কপালত যি লেখা আছে তাক কোনে খণ্ডাব। হোৱা কাৰ্য্য হৈ গৈছে। তাৰ কাৰণে ভাবি অধৈৰ্য্য নহব মহাৰাজ।

অজিত—আপুনি এনে আজ্ঞা বিহিব বুলি আমি কল্পনাও কৰিব পৰা নাছিলো।

লক্ষ্মী— সেনাপতি। মোক কোঁৱৰক আনি দিয়া। কোঁৱৰক আনি দিয়া। তাক নাপালে মই বিহ খাম। সেনাপতি, মই যে মৃত্যুৰ পাচতো জলপিণ্ড নাপাম। অহ্, এয়েনে সংসাৰ। এয়েনে ভগবানৰ শোকময় লীলা। একোবাৰ ভাবো—মই আত্মহত্যা কৰো—পাপৰ জ্বালা জুৰাওঁ। কিন্তু বিবেকে কয়। মূৰ্খ, আত্মহত্যা মহাপাপ। মোৰ বুকুখন একালৰ পৰা পুৰি ছাই হৈ যাব ধৰিছে। চকুৰে অন্ধকাৰ দেখিব ধৰিছো। হৃদপিণ্ড যেন বুকুৰ পৰা খহি পৰো পৰো অৱস্থা হৈছে। মই কি কৰো? কলৈ যাও? ক'ত পলাওঁ?

লীলা— বিপদত ধৈৰ্য্য ধৰা জ্ঞানীৰ কাম। আপুনি ধৈৰ্য্য নেহেৰুৱাব। বলক, সৌ ফুলনিলৈ এবাৰ ফুৰিবলৈ যাওঁ। সুগন্ধি ফুলৰ সৌৰভে আৰু বিয়লিৰ মলয়া বতাহে আপোনাৰ হৃদয় শীতল কৰিব।

লক্ষ্মী— লীলা, ফুলৰ তলত সাপ আছে। মলয়া বতাহত বিষ বাষ্প আছে। তাতনো শান্তি পামনে ?

লীলা— নিশ্চয় শান্তি পাব। বলক।

(ৰজা আৰু লীলাৰ প্ৰস্থান)

অজিত—পুত্ৰশোক ! পুত্ৰশোক !! পুত্ৰশোক !!! হাঃ হাঃ হাঃ!

(প্ৰস্থান)

—ঐক্যতান—

# চতুৰ্থ অঙ্ক

## প্ৰথম দৃশ্য

### গাৱঁলীয়া পথ

(প্ৰশান্ত, ১ম গুপ্তচৰ, ২য় গুপ্তচৰ)

প্ৰশান্ত— ভগবানৰ অনন্ত পথৰ মই উদ্দেশ্যবিহীন যাত্ৰী। কিমান পথ যে অতিক্ৰম কৰিলো আৰু কিমান পথ কোন ফালেৰে অতিক্ৰম কৰিব লাগিব মই একো কব নোৱাৰো। কলৈ আহিছো, কলৈ যাম আৰু গৈ গৈ কি ঠাই পামগৈ তাকো একো নাজানো। জানিবৰ মোৰ কোনো প্ৰয়োজনো নাই। হায়, ৰজাৰ লৰা হৈও জন্ম গ্ৰহণ কৰি মোৰ শেষ পৰিণতি এইয়ে আছিলনে ? পিতাদেৱে কোন সতেৰে মোক দেশান্তৰ কৰালে। মইতো কোনো ভুল কৰা নাছিলো। ভুল নকৰিলেও ই মোৰেই অদৃষ্ট। স্বয়ং ৰাম আৰু নলৰজা পৰ্য্যন্ত সত্য অন্বেষণৰ কাৰণে অশেষ নিকাৰ ভুগিছিল। মইতো সামান্য মানুহ। মায়া যদিও গ্ৰাম্য কন্যা তথাপি মই জানো তেওঁ ৰাজ কুঁৱৰীৰ উপযুক্তা। মাত্ৰ ৰূপতেই নহয় গুণতো। হায়—হায়। মায়াই নিশ্চয় মোৰ কাৰণে প্ৰাণকে বিসৰ্জিব ওলাইছে। মই মায়াক ৰক্ষা কৰিব নোৱাৰিলো। মোৰ কাৰণেই তোমাৰ এই দশা হল। মায়া! কিয় মোক তোমাৰ পবিত্ৰ প্ৰেম অকাতৰে ঢালি দিছিলা ? মই

যে তোমাৰ স্বামীৰ অনুপযুক্ত। তুমি স্বৰ্গৰ দেবী—মই পৃথিবীৰ মানব। দেৱতা আৰু মানবৰ মিলন ভগবানে সহ্য নকৰে। মায়া! মায়া!!

[ প্ৰশান্তৰ প্ৰস্থান। দুজন গুপ্তচৰৰ যাঠি-জোং লৈ প্ৰবেশ ]

১ম গুপ্ত—এই ফালে, এই ফালে। [ প্ৰশান্ত যোৱাৰ ফালে দেখুৱাই ]

২য় গুপ্ত—নহয়। নহয়!! সেই ফালে!! সেইফালে!!

১ম গুপ্ত—ৰ, ৰ, গণ্ডগোল নকৰিবি। এই গধূলি সময়ত পলালে আৰু পোৱা নাযাব। হেৰ ভোদা! সৌটো কি যাব ধৰিছে চাচোঁন। সেইটোৱে বোধহয়।

২য় গুপ্ত—[ ভালকৈ চাই ] কটা, সৌটো দমৰা গৰু দেখোন। কতনো কিটো দেখিলি অ'?

১ম গুপ্ত—কোঁৱৰক এতিয়াই এইফালে অহা যেন পালো। কত পলাল। বল, অলপ আগবাঢ়ি গৈ ভালকৈ চাই আহো মানুহনে গৰু।

২য় গুপ্ত—এঃ। তই বৰ অকৰা অ? তোৰ চকু দুটা গৰুৰ নে মানুহৰ। সেইটো দেখা নাইনে? সাক্ষাত গৰু। তোৰ কথাতেই দৌৰি দৌৰি মিছাতে হায়ৰাণ হলো।

১ম গুপ্ত—[ চাই ] মোৰ কিন্তু ভাই সন্দেহ হৈছে। অলপ আগুৱাই গৈ যাঠি মাৰিম নেকি?

২য় গুপ্ত—ভাল কথা! যাঠি মাৰিলে পঘা এড়ালিলৈ হেম্বা হেম্বা কৈ দুৱাৰে দুৱাৰে গুপ্তচৰ গিৰি কৰিব লাগিব;

১ম গুপ্ত—বাৰু তেনেহলে নামাৰো। তোৰ কথাকেই মানিলো

২য় গুপ্ত—অ' এটা কথা পাহৰিছো। মই ঠিকনা চাব জানো। মিছাতে অলো টলোকৈ ঘূৰি ফুৰিব ধৰিছো। কি



হব মূৰ্খৰ লগত পৰি মূৰ্খ হব লগীয়াত পৰিলো। ৰ, ৰ, এখন ঠিকনা চাও। ক্লেশ, মেষ, মীন, ক্ষীণ, ৰবি, কুম্ভ, এক, দুই, তিনি, উত্তৰ, দক্ষিণ।

[ সোহাতৰ বুঢ়া আঙুলি কেঞা আঙুলিত লগাই ঠিকনা চায় ]

বাৰু, কোঁৱৰৰ পূৰা নাম কি?

১ম গুপ্ত—প্ৰশান্ত সিংহ।

২য় গুপ্ত—বাৰু। বাৰু। মাইকী জনীৰ নাম কি আছিল?

১ম গুপ্ত—কোন মাইকী?

২য় গুপ্ত—সেই—সেই কোঁৱৰৰ হিয়াৰ এফাল। বাস্তৱতে মাইকী জনীক দেখি মই পগলাৰ দৰে হৈছিলো।

১ম গুপ্ত—অ' সেইজনী? নাম মায়া। বাস্তবতে ভাই কবলৈ লাজ কি, তেতিয়াতো মোৰ অবস্থা কাহিল হৈছিল।

২য় গুপ্ত—বাৰু, বাৰু, এৰ সেইবোৰ। [ আকৌ গণনা কৰে ] ক্লেশ, মেষ, মীন, ক্ষীণ, ৰবি, কুম্ভ, প্ৰশান্ত সিংহ, মায়া' উত্তৰ, দক্ষিণ।

১ম গুপ্ত—দক্ষিণ ফালে আছে নেকি?

২য় গুপ্ত—হয়। হয়। দক্ষিণ ফালে আছে। হয় উত্তৰ দক্ষিণ নহয় পূব পশ্চিম। বল, পশ্চিম ফালেই চোৱা যাওক।

১ম গুপ্ত—পশ্চিম কোন ফালে?

২য় গুপ্ত—এই ফালে।

১ম গুপ্ত—নহয় নহয় এইফালে।

২য় গুপ্ত—নহয় এইফালে।

১ম গুপ্ত—নহয় গাধ এইফালে।

২য় গুপ্ত—বাৰু, তেনেহলে দুয়ো ফালেই পশ্চিম। এফালে যাও বল তেনেহলে।

১ম গুপ্ত—ৰ, ৰ, গাজা এচিলিম খাই লওঁ।

২য় গুপ্ত—বাৰু।

১ম গুপ্ত—[ জেপত হাত ভৰাই দি আচৰিত ভাব দেখুৱায় ] ইকি? সৰ্ব্বনাশ। সোণৰ মোহৰ কি হ'ল? বাটতে পৰিল হবলা!

২য় গুপ্ত—চাওঁ। চাওঁ। [ ইজনে সিজনৰ মোনাত তালাচ কৰি নাপাই ]

১ম গুপ্ত—[ চিঞৰি ] মোৰ বুকৰে মোহৰ ঐ।

দুয়ো— অ' মোৰ বুকৰে মোহৰ ঐ

[ কান্দি ২ উভয়ৰ প্ৰস্থান ]

—০:*:০—

## দ্বিতীয় দৃশ্য

### অৰণ্য

[ প্ৰশান্ত, বীৰসিং, হীৰা ]

[ প্ৰশান্তৰ গীত গাই গাই প্ৰবেশ

—গীত—

তাল দাদ্‌ৰা

ভাঙি ছিঙি শেষ সুখৰ সপোন
ভগা হিয়া মোৰ চকুলো লগৰী হল ॥
চুৰমাৰ হ'ল পৰাণৰ গান, নামিল শোকৰ ধল ॥
গৈ গৈ মই দিনৰ শেষত
পথৰ নাপালো ওৰ
বৈ বৈ মই শোকৰে বোজাটি
নিশাও কৰিলো ভোৰ
ধুমুহা বতাহে উৰুৱাই নিলে, শুৱনী পজাটি মোৰ
আবৰি পেলালে কলা ডাৱৰেৰে ঘোৰ
জগত এন্ধাৰ হল ॥

প্ৰশান্ত—আৰু কিমান দূৰ? আৰু কিমান দূৰ গলে, মোৰ উদ্দেশ্যহীন অজান পথৰ সামৰণি পৰিব? আজি ইমান দিন ধৰি এটোপা পানীও খোৱা নাই। শৰীৰ অবশ ক্লান্ত। চকুৰে একোকে মনিব নোৱাৰা হলো। এই ঘোৰ অন্ধকাৰ নিশা কেনেকৈ আগ বাঢ়ো? অনুমান

হৈছে যেন অটব্য জঙ্ঘলত আহি উপস্থিত হলো । কোনো মানুহৰে ৰাই-কই নাই । মাত্র বননিৰ কুমলীয়া পাত বোৰত বতাহ লাগি সৰ সৰকৈ শব্দ উঠিছে [আচৰিত হৈ] ইকি ? মোৰ কাণে কাণে কোনে কি কব ধৰিছে ? কোন তুমি ? এই অন্ধকাৰত মই যে একোকে অনুমান কৰিব নোৱাৰো । [ খেপিয়াই চাই ] নাই ! কোনো নাই !! কিন্তু কোনোবাই যেন মোক কব লাগিছে, সত্যৰ সদায় জয় । দুখৰ পিচত সুখ । মানুহে মানুহক ঘিণ কৰা মহাপাপ । ৰাজ ঐশ্বৰ্য্যতকৈ সৎগুণৰ মূল্য বেছি । আকৌ যে কিমান বাণী মোৰ কাণলৈ অস্পষ্ট সুৰেৰে ভাহি আহিছে । মায়া ! মায়া !! তুমিয়েই বোধহয় বতাহত উৰি আহি মোৰ কাণত অমিয়া বৰষি সত্যৰ-সন্ধান দিছা । কোৱা । স্পষ্টকৈ কোৱা । উঃ সকলো মৰীচিকা । আৰু থিয় হৈ থাকিব নোৱাৰো । পিয়াহত প্ৰাণ যায় যায় অৱস্থা । [ বহি পৰে ] লীলাময় । তুমি অভাগাৰ লগত কিয় জীৱন মৰণৰ খেলা খেলিছা ? উঃ কোন আছা পানী ! পানী !! মাত্র এটুপি পানী দিয়া । অতুল ৰাজ ঐশ্বৰ্য্যশালী ৰাজ কুমাৰৰ পানীৰ অভাবত জীৱনৰ যৱনিকা পতন হয় । কোন আছা পানী দিয়া ।

[ বীৰচিঙৰ প্ৰবেশ ]

বীৰচিং— ভয় নাই । ভয় নাই । বীৰচিঙৰ ৰাজ্যত, পানীৰ অভাবত, মানুহৰ জীৱনৰ যৱনিকা নহয় । মাত্র এখন্তেক বাট চোৱা । হীৰা ! হীৰা !!



হীৰা— [ ভিতৰৰ পৰা ] দেউতা ?

বীৰচিং— তৎক্ষণাত অলপ পানী লৈ আহা । আকুল পথিকৰ পিয়াহত প্ৰাণ যায় ।

হীৰা— [ পানী আনি প্ৰশান্তক দিয়ে ] আৰু লাগিবনে ?

প্ৰশান্ত— [ প্ৰশান্তই পানী খায় ] আৰু নালাগে । কোন আপোনালোক ? আজি মোৰ প্ৰাণ ভিক্ষা দিলে ।

বীৰচিং— আমালোক সাধাৰণ মানুহ । জঙ্ঘলত বাস কৰোঁ । কোন তুমি যুৱক ? কিয় এই হাবিৰ বাটেৰে আহিছিলা । কলৈ যাবা ?

প্ৰশান্ত— [ স্বগতঃ ] পৰিচয় । মোৰ পৰিচয়—আকস্মিক মৃত্যুতকৈও দুখলগা । আছিলো ৰজাৰ লৰা, হলো নিৰ্ব্বাসিত কাঙাল ।

হীৰা— যুৱক ! নিমাত হৈ ৰলা কিয় ? আমাক তোমাৰ পৰিচয় দিয়া ।

প্ৰশান্ত— মোৰ পৰিচয় ? মই এজন নিৰাশ্ৰয়, অসহায় ভগবানৰ করুণাৰ পৰা বঞ্চিত, উদ্দেশ্য বিহীন পথিক । মোৰ··· । নাই, মোৰ কোনো নাই । সকলো আছিল, সকলো শেষ হৈছে । পূব আকাশৰ উদীয়মান প্ৰভাত সূৰুযৰ ৰঙা পোহৰৰ এধানিমান জিলিঙনি পাইছিলো । কিন্তু নিষ্ঠুৰ কলা ডাৱৰে মোৰ জীৱন অন্ধকাৰময় কৰিলে

বীৰচিং— তোমাৰ নাম কি ?

প্ৰশান্ত— মোৰ নাম প্ৰশান্ত ।

বীৰচিং— তোমাক আমি এতিয়া কিহেৰে সহায় কৰিম ? এই লোৱা দুই শ ৰূপ [ দিব খোজে ]

প্ৰশান্ত—টকা ? টকা মোক নালাগে। আপোনালোকে মোৰ পিয়াহত পানী দিছে। মোৰ মানত এই পানী লাখ লাখ টকাতকৈও মূল্যবান। কোন আপুনি ? ইমান মহান ?

বীৰচিং—জানে মোক দস্যুবুলি ভাই
দস্যু বুলি কৰে ঘৃণা মোক।
কিন্তু লাঞ্ছিত, পদদলিত, দুৰ্ভিক্ষপীড়িতৰ
মই একমাত্ৰ বন্ধু।
লম্পটক কৰিছো সংহাৰ
দুৰ্জনক দিছো শাস্তি।
প্ৰজাৰক্ত শোষি নিয়া ধনীৰ ঐশ্বৰ্য্য
লুটি আনি মই,
দিছো বিলি কৰি দুখী প্ৰজাৰ মাজত ॥
মই সাম্যবাদ জগতত কৰিম স্থাপন
উচ্চ-নীচ সৰু বৰ কৰিম সমান
সকলোৰে সম অধিকাৰ ॥
এদিন এনে এটা ধুমুহা বোৱাম,
সিদিনা সকলোৱে,
উচ্চ-নীচ সৰু বৰ ভেদাভেদ ভুলি
গাই গাই জয় গান
ৰাম ৰাজ্য কৰিব স্থাপন ॥

হীৰা— দেউতা, এতিয়া ৰাতি বেছি হৈ আহিল। সোনকালে এখেতৰ এটা সুব্যৱস্থা কৰক। যুবক! আহা এতিয়া। খাই বৈ আমাৰ পজাত বিশ্ৰাম কৰাহি।



প্ৰশান্ত—আপোনালোকৰ পৰা মই যথেষ্ট শিক্ষা পালো। আজিৰ পৰা আপোনাৰ লগত থাকি আপোনাৰ সৎকাৰ্য্যত সহায়তা কৰিবলৈ মোক সুবিধা দিবনে ?

হীৰা— নিশ্চয় সুবিধা পাবা।

বীৰসিং—সেইটো মোৰ সৌভাগ্য। যদি তোমাৰ সেইয়ে ইচ্ছা তেন্তে আজিৰ পৰা তোমাক হিচাপ ৰক্ষক পদত নিযুক্ত কৰা হ'ল। প্ৰতি দিনৰ হিচাপ মোৰ কন্যা হীৰাক বুজাই দিবা। বলা এতিয়া।

প্ৰশান্ত— বলক তেনেহলে।

[ সকলোৰে প্ৰস্থান ]

## তৃতীয় দৃশ্য

[ ৰাজ অন্তেষ পুৰৰ এটা কোঠা ]

সময়—ৰাতি দুপৰ

[ অজিতসিংহ আৰু লীলা ]

অজিত—নিস্তব্ধ জগৎ। এই গভীৰ দুপৰ নিশা সকলোৱে নিদ্ৰাৰ কোলাত জ্ঞান হেৰুৱাইছে। কোনোৱে হয়তো নানা ৰঙৰ চিত্ৰ বিচিত্ৰ হৰ্ষবিষাদৰ খেলি মেলি স্বপ্নত ডুব গৈ আছে। আন ফালে ভূত-প্ৰেত বিলাকে ইয়াৰ সুযোগ লৈ সিহঁতৰ আহাৰৰ কাৰণে চাৰিওফালে বিচৰণ কৰিব লাগিছে। ইয়াৰ সুযোগ লৈয়ে চোৰ ডকাইত বোৰে সিহঁতৰ অভিলষিত বস্তু অপহৰণ কৰিবলৈ ৰাওণা

হৈছে। এইয়ে সুন্দৰ সময়। এতিয়াই ৰজাক গুপ্তহত্যা কৰিবলৈ লীলাক পঠিয়াই দিও। ভগবান মোৰ সহায়।

[ লীলাই হাতত এখন ছুৰীলৈ প্ৰবেশ ]

লীলা—কওক। এতিয়া কেনেকৈ কি কৰিব লাগে। মই সাজু।

অজিত—ধন্য। ধন্য তুমি। কিন্তু সাৱধান, যাতে এই গুপ্তহত্যাৰ গম কোনেও নেপায়। বুকুত সাহ লৈ এতিয়াই আগ বাঢ়া। মই গুপ্তচৰৰ দ্বাৰাই সকলো দুৱাৰ ঠিককৈ ৰাখিছো। হেচা দিলেই মেল খাব।

লীলা—মোৰ যে বুকুখন হঠাৎ শিঙৰি উঠিল।

অজিত—নহয়। ই তোমাৰ খন্তেকীয়া দুৰ্ব্বলতা মাথোন। বেছি পলম নকৰিবা। নিশা প্ৰায় শেষ হৈ আহিছে। যোৱা। যোৱা॥

লীলা— যাওঁ [ লাহে লাহে প্ৰস্থান ]

অজিত—ভগবান। আজি মোৰ মনোবাঞ্ছা পূৰ্ণ কৰা প্ৰভু! এই গভীৰ নিশা এই গুপ্ত অভিযানত যেন কৃতকাৰ্য্য হওঁ। লীলা যেনেকুৱা সাহসী নিশ্চয় কৃতকাৰ্য্য হৈ ফিৰিব।

[ অলপ পিচতেই লীলাৰ কঁপি কঁপি প্ৰবেশ ]

কি? কাম ইমান সোনকালে সমাধা হললে?

লীলা— নোৱাৰিলো। নোৱাৰিলো। মুকলি দুৱাৰেৰে ৰজাৰ শোৱা কোঠালৈ গৈ দেখো, মাত্ৰ এটি বন্তি ৰজাৰ শোৱা পালেঙৰ ওচৰতে, ধিমিক ধামাককৈ জ্বলি আছে। তেওঁৰ সুন্দৰ মুখখনি সেই পোহৰতে ভোটা তৰাৰ দৰে জিলিকি আছে। নিচেই ওচৰলৈ গৈ দেখিলো মোৰ দেউতাৰ মুখৰ লগত তেওঁৰ মুখখন একে। মনত দয়া



উপজিল। হাত কোচ খাই আহিল আকৌ দেখিবলৈ পালো; যেন আন এখন শাণিত ছুৰী মোৰ বুকুত আঘাত কৰিবলৈ শূন্যতে বৈ আছে। ভয়ত শৰীৰ কপি উঠিল। উচপ্ খাই দৌৰি ফিৰি আহিলো।

অজিত— সেইবোৰ সকলো মৰীচিকা। তুমি ভয় নকৰিবা। এইয়ে সোণালী সুযোগ। এনেকুৱা সুযোগ কালিলৈ নাপাবও পাৰা। যেতিয়াৰ কাম তেতিয়াই কৰা উচিত। বৰ্ত্তমান ৰজা পুত্ৰ শোকত কাতৰ হৈ আছে। গতিকে এতিয়া ৰজাৰ বুকুত শাণিত ছুৰী দেখিলে, ৰাতিপুৱাই আমি ঘোষণা কৰিব পাৰিম, যে ৰজাই আত্ম-হত্যা কৰিলে। লগে লগে কালিৰ পৰাই তুমি এই বিৰাট ৰাজ্যৰ মহাৰাণী আৰু মই মহাৰজা। মাত্ৰ এখন সামান্য ছুৰীৰ আঘাতত আমাৰ ৰাজ্য লাভৰ কথা নিৰ্ভৰ কৰিছে! যোৱা! ভয় নকৰিবা। আকৌ যোৱা।

লীলা— সকলো বুজো। কিন্তু মোৰ শৰীৰ ঘনে ঘনে কপি উঠিব লাগিছে। কোনোবাই যেন কাণে কাণে কয় ৰজা এতিয়া নিদ্ৰা দেৱীৰ কোলাত। এই সময়তে তেওঁক হত্যা কৰিলে টোপনিক হত্যা কৰা হব। তইও আজিৰ পৰা টোপনি নাপাবি। মই কি কৰোঁ?

অজিত— মইতো আগতেই কৈছো। এইবোৰ মাত্ৰ সাময়িক চঞ্চলতা। তাতে আকৌ তুমি নাৰী। ভয়ৰ কাৰণ একো নাই। যোৱা। এতিয়াই যোৱা। এই সুযোগ আৰু নাহিবও পাৰে। মোৰ অনুৰোধ ৰাখা। স্বামীৰ

কথা পালন কৰাই সহধৰ্ম্মিণীৰ কৰ্ত্তব্য। যোৱা এডাল খেৰৰ জুইয়ে এটা ৰাজকাৰেং পুৰি পেলাব পাৰে। তুমিও এখনি সামান্য ছুৰীৰ আঘাতেৰে এখন ৰাজ্য লাভ কৰা। যোৱা!

লীলা- ৰাক যাওঁ। নিশা আৰু বেছি নাই।

[ লীলাৰ লাহে ২ প্ৰস্থান ]

—পট পৰে—

## চতুৰ্থ দৃশ্য

[ লক্ষ্মীসিংহ আৰু লীলা ]

[ ৰজা এখন সুন্দৰ পালেঙত শুই আছে। ওচৰতে ধিমিক ধামাক কৈ এগছি বন্তি জ্বলি আছে। লীলাই কপি কপি হাতত ছুৰীলৈ লাহে লাহে প্ৰবেশ কৰে। ইফালে সিফালে চাই ৰজাৰ বুকুৰ ওপৰত ছুৰীখন লৈ অলপ সময় তেওঁৰ মুখৰ ফালে চাই থাকে। মনত দয়া উপজি এবাৰ ফিৰি আহে আৰু তাৰ পিচতেই আকৌ আগবাঢ়ে। এনেতে সন্মুখত এখন শাণিত ছুৰী শূন্যতে বৈ থকা দেখা পায়। ছুৰীখন দাঙিবলৈ চেষ্টা কৰে কিন্তু ব্যৰ্থ হয়। লগে লগে লগে ৰজাৰ বুকুৰ ওপৰত ছুৰী বহুৱাই দিয়ে ]

লক্ষ্মী— আঃ। হে প্ৰভু ক্ষমা কৰা। [ মৃত্যু ]

[ লগে লগে বায়ু বেগেৰে লীলাই প্ৰস্থান কৰে ]

—দৃশ্য পট—



## পঞ্চম দৃশ্য

ৰাজ কক্ষ

[ অজিত, লীলা, চাওদাং বৰুৱা, নৰ্ত্তকী সকল ]

[ অজিত আৰু লীলাই ৰাজ আসনত বহি থাকে এনেতে চাওদাং বৰুৱাই কেইজনী মান নৰ্ত্তকী লৈ আহে ]

চাওদাং—লাহৰীহঁত, আমাৰ নতুন ৰজা ৰাণীৰ সিংহাসন উৎসৱ উপলক্ষে তহঁতক মতোৱা হৈছে। এতিয়া মন মতলীয়া কৰি দে।

( নৰ্ত্তকী সকলে গীত গায় )

লীলা— ( গীতৰ শেষত ) ছুৰী···ছুৰী···হত্যা। ( মূৰ্চ্ছা যায় )

অজিত— ···ৰাণী······ৰাণী···

—পট পৰে—

## ষষ্ঠ দৃশ্য

বননি

( প্ৰশান্ত, হীৰা )

[ প্ৰশান্তই হিচাপৰ বহিত লিখি থাকে। মনত বিষণ্ণময় ভাব। মাজে মাজে লিখা বন্ধ কৰি ভাবি থাকে ]

প্ৰশান্ত— ( স্বগতঃ ) নিশা কি কুসপোনবোৰ দেখিলো? মোৰ মনটো কি যেন এটা অনিশ্চিত আশঙ্কাত শিয়ঁৰি

উঠিব লাগিছে, হায় ভগবান। এয়েনে মানব জীবন? মায়া! তোক মই বাঘৰ মুখত এৰি আহিলো। এতিয়ালৈ যে তোৰ কি অৱস্থা হৈছে? যিমানেই ভাবো সিমানেই তোৰ ভাবনাই মোক অস্থিৰ কৰি তুলিব ধৰিছে। ভগবান। তুমিয়েই মোৰ সৰ্ব্ব ভাৰসা

[ হীৰাৰ গীত নৃত্য কৰি কৰি প্ৰবেশ ]

—গীত—

তাল—কাহাৰবা

(আজি) সাজি কাচি নাচি বাগি কোন আহিছে, চোৱা এবাৰ।
(মালা) উৰি ঘূৰি হালি জালি কোনে যাচিছে লোৱা এবাৰ ॥
চোৱা এবাৰ চোৱা
লোৱা এবাৰ লোৱা ॥
তালে মানে নাচে গানে কিনো গাইছে—শুনা এবাৰ
মানে অভিমানে কিয় কৰা অভিমান—নকৰা বেজাৰ
শুনা এবাৰ শুনা
নকৰা বেজাৰ ॥

[ গীতৰ শেষত ]

হীৰা— প্ৰশান্ত, আজি চোৱচোন মই কেনে ধুনীয়াকৈ সাজি কাচি আহিছো। মোক আজি বৰ সুন্দৰী যেন দেখা হৈছে, নহয়নে?

প্ৰশান্ত— এৰা। তোমাৰ ৰূপ যৌবন আজি এখোপ চৰা; কিন্তু হীৰা! জুই দেখিলে পোক জপিয়াই পৰে—ফলত



তাৰ মৃত্যু ঘটে। বাৰু, আজিৰ হিচাপটো এতিয়া বুজি লোৱা। মই সকলো ঠিকঠাক কৈ ৰাখিছো।

হীৰা— [ হিচাবৰ বহী জপাই দি ] ৰবাচোন। তোমাৰ সোণ-ৰূপৰ হিচাপটো এতিয়া একলীয়াকৈ থোৱা। অ' তুমি কি কলা? মই একো বুজি নাপালো। বাৰু মোৰ এই মোহ লগা ৰূপ-যৌৱন দেখি তোমাৰ মনত কেনেকুৱা ভাব হয়? মোৰে শপত সঁচাকৈ কোৱা।

[ সতৃষ্ণ নয়নেৰে প্ৰশান্তক চায় ]

প্ৰশান্ত—সেই কথা তোমাক লাগিছে কিয়?

হীৰা— নহয়—মই—মই এনেয়ে সুধিছো—তথাপি?

প্ৰশান্ত—ভাবো—বাগিচাত ফুলি থকা সুন্দৰ গোলাপৰ সৌন্দৰ্য্যত মুগ্ধ হৈ—মানুহে ছিঙি আনে কিন্তু তাৰ লগে লগেই সেই গোলাপটো মৰহি যায় আৰু পাহিবোৰ সৰি পৰি দুখ দুগুণে বঢ়ায়। গতিকে দূৰৰ পৰাই সৌন্দৰ্য্য উপভোগ কৰা উভয় পক্ষে মঙ্গল।

হীৰা— তোমাৰ সুৱদি কথাবোৰ শুনি মই বৰ সোৱাদ পাওঁ। কিন্তু দুঃখ হয় যে তাৰ সাৰ-মৰ্ম মই ধৰিব নোৱাৰো। বাস্তৱতে প্ৰশান্ত, তোমাক মই বৰ ভাল পাওঁ। তুমি আমন জিমনকৈ থাকা কিয়? তোমাৰ কথা মই সদায় চিন্তা কৰোঁ। বাৰু তুমি মোক ভাল পোৱানে?

প্ৰশান্ত— নিশ্চয় পাওঁ। তোমাতকৈও বেছি ভাল পাওঁ, তোমাৰ দেউতাক। মানুহে মানুহক ভাল পোৱাতো স্বাভাৱিক।

হীৰা— তোমাক কথা সুধিলেই লাগ-বান্ধ নোহোৱা কবিৰ

পগলা ভাষা গোৱা। বাৰু, সেইবোৰ এৰিলো। আজিও এটি গীত গাও বুলি কৈছিলা নহয় ?

প্ৰশান্ত— গীত গাম বুলি কৈছিলো নেকি ? বাৰু শুনা তেনেহলে [ গীত গায় ]

—গীত—

তাল— দাদ্‌ৰা

আশা দীপ মোৰ নুমাই গল, জলালে অগনি জ্বালা
তবু কিয় হায় নামানে পৰাণে
পাতিছে অশ্ৰু-খেলা
হৃদয়ত মোৰ উঠিছে কি ৰোল
সেই স্মৃতি আজি কৰিছে বিভোল
(মোৰ) নাচায় পৰাণে নতুনৰ গান
(দিয়ে) বিৰহ বেদনা জ্বালা ॥
মোৰ ভঙা দেউলত তুমি প্ৰেম পূজাৰিণী
মিছা আশা কৰি কিয় ভিক্ষাৰিণী
গগনত নাই যে প্ৰভাতৰ আভা
অন্তৰত মোৰ জ্বালা ॥

হীৰা— এইবোৰ বিষাদৰ সুৰ দিনো কিয় গোৱা ? মোৰ মনত বৰ দুখ লাগে। কিয় ? ৰং-ৰূপহৰ গীত গাব নোৱাৰানে ? আজিৰ পৰা মই এইবোৰ নুশুনো।

প্ৰশান্ত— [ হুমুনিয়াহ কাঢ়ি ] বিষাদৰ সুৰ—বিষাদৰ সুৰ—বিষাদৰ সুৰ।—



হীৰা— [ হাহিমাৰি ] মই বাসন্তীৰ মলয়া মধুৰ
কৰি দুৰ বিষাদৰ সুৰ,
নব জীৱনৰ নতুন পাতনি পাতি,
সাজি দিম প্ৰেমময় পুৰ ॥
আকুল ভাবে প্ৰশান্ত, প্ৰশান্ত, তুমি কোন ?
আৰুময়েবা কোন ? কোৱা ?

প্ৰশান্ত— মই দুঃখ জৰ্জ্জৰিত মৰণলিপ্সু পুৰুষ আৰু তুমি মায়াপুৰীত মধুময় স্বপ্ন দেখি থকা নাৰী। মই আঁধাৰ ভিতৰৰ আধা পোৰা কাঠ—তুমি চকুৰ ওপৰৰ পোহাও, পৰমায় । [ প্ৰস্থান ]

হীৰা— [ দুঃখেৰে ] ইমান দিনে কিমান চেষ্টা কৰিলো তথাপি তেওঁৰ সেই বিষণ্ণময় ভাবটোকে আতৰাব নোৱাৰিলো। সুধিলেও ভালকৈ সবিশেষ পৰিচয় নিদিয়ে। প্ৰশান্ত. তুমি এতিয়াও মোৰ মনৰ আশা বুজি উঠা নাইনে ? নিশ্চয় বুজিছা। কিন্তু মোৰ দান তুমি গ্ৰহণ নকৰা কিয় ? মই তোমাক মৌ দিলে তুমি মোক বিষ দিয়া কিয় ? মই হাহিলে তুমি কান্দি উঠা কিয় ? প্ৰশান্ত, মই আথাই সাগৰত বিচৰণ কৰিছো, কিন্তু পিয়াহত প্ৰাণ যায়। নিশ্চয় মোৰেই কিবা ত্ৰুটি হৈছে। কিন্তু প্ৰশান্ত, তুমি জানি থোৱা তুমি মোৰ, তুমি মোৰ, তুমি মোৰ। হায় ! ইমান ভালপোৱা ইমান প্ৰেম মই মোৰ হৃদয়ত বোজা বান্ধি ৰাখো কেনেকৈ ?
হে চন্দ্ৰ সূৰ্য্য দেৱ, তোমালোক সাক্ষী হোৱা।
তেওঁ বিনে মই মোৰ প্ৰাণ বিসৰ্জ্জিম

দুনিয়াৰ সৰ্ব্ব সুখ দুনিয়াতে থ'ক।
তেওঁ বিনে আন আৰু নাই কোনো মোৰ
তেওঁ মোৰ প্ৰিয়, প্ৰিয়তৰ, প্ৰিয়তম ॥

[ প্ৰস্থান ]

## সপ্তম দৃশ্য

### কাৰাগাৰ

[ মায়া, চাওদাং বৰুৱা, লীলা, অজিত সিংহ আৰু দূত ]

মায়া— আৰু কিমান দিন? আৰু কিমান দিন? প্ৰিয়তম ইয়াকেই প্ৰেম বোলে নে জীয়া জুই বোলে? মই যে মাণিক বিচাৰি আহি সাগৰৰ তলিতে পৰি ৰলো।

[ চাওদাঙৰ প্ৰবেশ ]

চাওদাং—এইবাৰ মোৰ শেষ কথা জানিবি। তিৰোতা হৈ তোৰ ইমান গৰব! ইমান দিনে তোক কাবৌ-কাকুতি কৰি চালো। একো ফল নধৰে যেতিয়া এইবাৰ মোৰ শেষ অস্ত্ৰ মই প্ৰয়োগ কৰিম। এতিয়াও কৈছো মোক তই স্বামী বৰণ কৰ?

[ মায়াৰ বাবে দূতে কাহীত ভাত লৈ প্ৰবেশ ]

হেৰ ভোদা! এইক ভাত নিদিবি। আজিৰ পৰা এইৰ খোৱা বন্ধ। এইক মই শুকাই শুকাই মাৰিম। যা, ভাত ওলোটাই লৈ যা।

[ ভাত ফিৰাই নিয়ে ]



বাৰু এইবাৰ চাওঁ তই কেনেকৈ ৰক্ষা পৰ। মই বল প্ৰয়োগ কৰিম। বল প্ৰয়োগ কৰিম।
বুজাক বুজাবি আকাৰ ইঙ্গিতত
নুবুজাক বুজাবি ধাৰা চাপৰত ॥

[ দুৱাৰ খুলি ভিতৰলৈ গৈ মায়াক বল প্ৰয়োগ কৰে ]

মায়া— হায় ভগবান। কোন আছা। কোন আছা!! নাৰীৰ সতীত্ব ৰক্ষা কৰা!

[ বেগেৰে লীলাৰ প্ৰবেশ ]

লীলা— সাবধান নৰাধম। নাৰীৰ ওপৰত পশুবৃত্তি চৰিতাৰ্থ কৰিবলৈ পুৰুষৰ জন্ম হোৱা নাই। নাৰীৰ মৰ্য্যাদা পুৰুষে নুবুজিলেও নাৰীৰ মৰ্য্যাদা নাৰীয়ে বুজে। তইতৰ দৰে কাপুৰুষেই হয়তো শ শ নাৰীৰ সতীত্ব হৰণ কৰি পশুতকৈও হীন স্থান পাইছ। আতৰ হ। চুৱা পাতনি চেলেকা কুকুৰ।

[ চাওদাং পলায় ]

মায়া— কোন তুমি দেবী? মোক সৰ্ব্বনাশৰ পৰা উদ্ধাৰ কৰিলা। কিন্তু মোক আকৌ এটি বিশেষ উপকাৰ কৰা।

লীলা— কি?

মায়া— মোক অলপ বিষ দিয়া। নাইবা এখন শাণিত ছুৰী···

লীলা— ছুৰী? ছুৰী?? সৌৱা···সৌৱা, সৌখন ছুৰী মোৰ বুকুত বিন্ধিবলৈ ৰৈ আছে। এতিয়াই মোক আঘাত কৰিব। আকৌ কি দেখিছো? ছুৰীৰ তীক্ষ্ণ আগত মানুহৰ তেজৰ দাগ। মোক হত্যা নকৰিবা। মই নিৰ্দ্দোষী। উঃ! শাণিত ছুৰী! তই আৰু আওৱাই নাহিবি।

ক্ষুশুনিলি ? ৰাণীৰ আদেশ ক্ষুশুনিলি ? কত পলাও ? কলৈ যাওঁ ?

[ লীলাৰ অঙ্গি ভঙ্গি দেখি আচৰিত হৈ ]

মায়া— হায় বিধাতা। সকলো যেন টোপনিৰ সপোন।

লীলা— টোপনি ? টোপনিক আকৌ কিয় মাতিছা ? তাইতো মোক কেতিয়াবাই পৰিত্যাগ কৰিছে। তাইক মই শাস্তি দিম। উচিত শাস্তি দিম। মই ৰাণী। ওঃ ভূতৰ ৰাজ্যত সোমালো। পলাও ! পলাও !!

[ পলাব খোজে আৰু অজিতসিংহই দৌৰি আহি সাৱট মাৰি ধৰে ]

অজিত—ভয় নাই ! ভয় নাই ৰাণী। তুমি ভূতৰ ৰাজ্যৰ খাদ্য নহয়। তুমি এই ৰাজ্যৰ মহাৰাণী আৰু মই মহাৰজা। ৰাণী ! তুমি এনেকুৱা কৰা কিয় ? মই তোমাক দঢ়াই দঢ়াই কৈছো যে এইবোৰ সকলো মৰীচিকা। মই থাকোতে কোনো ভয় নকৰিবা।

লীলা— প্ৰিয়তম ! মোক ৰক্ষা কৰক। সৌ ছুৰীখন ভাঙি পেলাওক, নহলে মোৰ ৰক্ষা নাই। মোক এৰি দিয়ক মই পলাও।

অজিত—[ শূন্যতে তৰোৱাল ঘূৰাই ] কতা ! কত ছুৰী দেখিলা ? চোৱা একো নাই।

লীলা— নোৱাৰিলে। ভাঙিব নোৱাৰিলে। ওঃ আকৌ নিচেই ওচৰলৈ আহিব লাগিছে। মই পলাও। মই পলাও।

[ অজিতসিংহৰ লগত টনা আজোৰা কৰি প্ৰস্থান ]

অজিত— এইয়া মোৰ পাপৰ প্ৰায়চিত্ত নে মৰণৰ আগজাননী ? মোৰ এক মাত্ৰ আশা ভাৰসাৰ স্থল এই লীলা—যাৰ



অভিলাষৰ কাৰণে মই সকলো কৰিলো। তাইক মহাৰাণীৰ আসনত বহুৱালো। যি কাৰ্য্যৰ কাৰণে মোৰ এতিয়া চাৰিওপিনে শত্ৰুৰে ভৰপূৰ। সেনাপতি সুদৰ্শনে পলায়ন কৰিলে। সিয়ে বা আকৌ মোৰ কাৰণে কি শেল সাজিব লাগিছে—কোনে জানে ? আগেয়ে লীলাৰ কাষত সকলো গুপ্ত পৰামৰ্শ কৰি শৰীৰত বল পাইছিলো। এতিয়া সেইকণ শান্তিও মই নোপোৱা হলো। মই যে এতিয়া কিং কৰ্ত্তব্য বিমুঢ় হৈছো। কোনে জানে এইয়ে মোৰ জীৱনৰ মধুময় সূচীপত্ৰ নে ধংসাত্মক যবনিকা। প্ৰভাতৰ ৰঙাবেলি নে মেঘোময় কালসন্ধ্যা তথাপি শেষ পৰ্য্যন্তলৈ ধৈৰ্য্য নেহেৰুৱাও। সকলোকে লোভ দেখুৱাই হাত কৰি লোৱাৰ ব্যৱস্থা কৰোগৈ

—আৰ কাপোৰ—

—ঐক্যতান—

# পঞ্চম অঙ্ক

## প্ৰথম দৃশ্য

—বীৰচিঙৰ ঘৰ—

[ প্ৰশান্ত, হীৰা, ৰূপচিং ]

[ প্ৰশান্তই দুখ মনেৰে হিচাপৰ বহীত লিখি থাকে। মাজে মাজে লিখা বন্ধ কৰি এক দৃষ্টিৰে একালে চাই থাকে ]

প্ৰশান্ত— কিমান আশা কৰি আশাৰ বালিচৰত এটি পজা ঘৰ সাজিছিলোঁ। কিন্তু নিষ্ঠুৰ উজনি মুখীয়া বাৰিষাৰ সোঁতে সকলো ভাঙি ছিঙি চুৰমাৰ কৰি লৈ গ'ল। এতিয়া আকৌ দেখিব ধৰিছো নতুনৰ সপোন। যি সপোনে হয়তো সময়ত মোক জ্ঞানশূন্য কৰি এখন নতুন ৰাজ্যলৈ টানি নিব খোজে। কিন্তু চেতনা পালেই আকৌ উভতি আহো। নাই এই ঠাইও মই ত্যাগ কৰিব লাগিব।

[ প্ৰশান্তৰ কথা শেষ নৌ-হওতেই হীৰাই মনে মনে আহি প্ৰশান্তক বিছনীৰে বা দি থাকে। হাতত এখন কিতাপো লৈ আহে ]

প্ৰশান্ত— [ হঠাৎ গম পাই ] কোন? ও, হীৰা।

হীৰা— এঃ, গম পালে একা [ হাঁহে ]

প্ৰশান্ত— হীৰা! বাৰু কোৱাচোঁন।

হীৰা— কি?

প্ৰশান্ত— এই—ধৰা এটা ঘৰত জুই লাগিছে আৰু তেতিয়া যদি পছোৱা মাৰে কি হয়?



হীৰা—জুই আকৌ বেছি হয় আৰু ধুমোৱা টান হৈ উঠে। বাৰু, ইয়াৰ সাৰমৰ্ম কি?

প্ৰশান্ত—[ হুমুনিয়াহ কাঢ়ি ] একো নহয়। এনেয়ে কৈছো।

হীৰা— এইবোৰ সদায় সদায় তুমি কি বলকা মই কবই নোৱাৰো। মানুহ হৈ জন্ম লভিছো যেতিয়া খাই বৈ স্ফুৰ্ত্তি কৰি জীৱন কটোৱা উচিত। মই ইয়াকেই জানো। মই এটা নতুন গীত শিকিছো। শুনা বাৰু।

প্ৰশান্ত— বাৰু আৰম্ভ কৰা। মোৰ বাহিৰত অলপ কাম আছে এতিয়াই ঘূৰি আহোঁ। [ যাব খোজে ]

হীৰা— [ আগ ভেটি ধৰি ] মই গীত গাও বোলা কাৰণেই তোমাৰে লাখটকীয়া কামটি ওলাল। বৰ সুন্দৰ গীত শুনাচোন।

প্ৰশান্ত— বাৰু বাৰু গোৱা।

হীৰা— নৃত্য গীত

তাল—আড়া খেমটা

মই বন ফুল মই বন ফুল॥
তগৰ মালতী নাচি হালি জালি
কৰে চুমা চুমি হিয়া বিয়াকুল।
মই বন ফুল ......... ॥
এই কাননৰ তৰু লতা
জগাই প্ৰাণত গুপুত কথা—
শিয়ৰি উঠিছে কলিজাৰ প্ৰেম জাল
কাৰনো হিয়াৰ মই মধু প্ৰেম ফুল॥
মই বন ফুল .........

প্ৰশান্ত—[ অন্য মনস্ক হৈ ভাবি থাকে ]

[ গীতৰ শেষত হীৰাই উজুটি খোৱাৰ ভাও দেখুৱাই মাটিত বহি পৰে ]

হীৰা— উঃ উঃ উঃ। নাচোতে ভৰিখন মোচোকা খালে প্ৰশান্ত! প্ৰশান্ত !!

প্ৰশান্ত— হীৰা, হীৰা, দুখ পালা নেকি? চাওঁ।

হীৰা— হয় বৰ দুখ পালো উঠিবকে নোৱাৰো। মোক অলপ সহায় কৰা।

[ হীৰাই প্ৰশান্তৰ গলত দুই হাতেৰে সাবটি ধৰে আৰু মুখখন কান্ধত পেলাই দিয়ে। প্ৰশান্তই হীৰাৰ পিঠিত এহাতেৰে ধৰি লাহে লাহে তুলি লয়। হীৰাই মাজে মাজে প্ৰশান্তই নেদেখাকৈ দুষ্টালিৰ হাঁহি মাৰে ]

প্ৰশান্ত— বৰ দুখ পালা নেকি? কত দুখ পালা?

হীৰা— নহয়। বেছি দুখ পোৱা নাই।

প্ৰশান্ত— ব'লা তোমাৰ শোৱা কোঠালৈ লৈ যাও।

হীৰা— ব'লা

[ হীৰাই হাঁহি ৰাখিব নোৱাৰি হঠাতে খিল্ খিলকৈ হাঁহি মাৰে। প্ৰশান্তই অৱশেষত ভাও জুৰা বুজিব পাৰি খঙেৰে জোৰকৈ ঠেলি দি গুচি যাব খোজে ]

হীৰা—[ আগভেটি ধৰি ] ইমাননো খং খাব পায়নে? অলপ ৰবাচোন। এটা বৰ জৰুৰী কথা আছে।

প্ৰশান্ত— কি?

হীৰা—এইখন বৰ ভাল নাট। তোমাৰ কাৰণে লৈ আহিছো। নাম শকুন্তলা। তোমাৰ ভাব ভঙ্গীৰ লগত এই নাটৰ



ভাৱ-ভঙ্গী প্ৰায় একে। বাৰু অলপ শুনাচোন। মই পঢ়ো। বাৰু তুমি দুষ্মন্তৰ কথাখিনি কৈ যাবা। মই শকুন্তলাৰ কথাখিনি কম। বাৰু কোৱা হে শকুন্তলা।

প্ৰশান্ত—উহু। মই সেইবোৰ গাব নাজানো।

হীৰা—মোৰে শপত। কোৱা কোৱা। মাত্ৰ এফাকি কোৱা।

হে শকুন্তলা প্ৰিয়তমা মোৰ
তুমি মোৰ প্ৰাণৰ প্ৰতিমা,
তুমি মোৰ জীৱন সঙ্গিনী ॥

[প্ৰশান্তই গাই যায় প্ৰশান্তৰ মাজে মাজে ভুল লাগে আৰু হীৰাই পুনঃ উদুকিয়াই দি থাকে ]

প্ৰশান্ত—আৰু নোৱাৰো।

হীৰা—ৰবা, এতিয়া মই কও—[ প্ৰশান্তৰ ভৰিত পৰি ]

হে মোৰ হৃদয় দেৱতা
ধূলি পাই তব চৰণৰ
আভা দেখি নব কিৰণৰ
বিসৰ্জিলো প্ৰাণৰ মমতা ॥

[এনেতে ৰূপচিঙে এটি লুণ্ঠিত দ্ৰব্যৰ টোপোলা লৈ আহে কিন্তু সিহঁতক তেনেকুৱা অৱস্থাত দেখি পিছুৱাই গৈ ভিতৰৰ পৰা কেইটামান কাঁহ মাৰে। হীৰাই লাজতে সাৱধান হয়।

ৰূপচিং—চৰকাৰ বাবু। আজিৰ ডকাইতিৰ ফল এইখিনি, হিচাপ কৰি লিখি লওক।

প্ৰশান্ত—বাৰু।

ৰূপচিং—( স্বগতঃ ) ইহঁতে তলে তলে লেটা পকাব বুলি মই

প্ৰথমতেই অনুমান কৰিছিলো। মোৰ আশাত নিৰাশা হল যেনহে পাওঁ। [ ৰূপচিঙে টোপোলাটো খুলি দিয়ে আৰু প্ৰশান্তই চাই চাই লিখিব ধৰে। হীৰাই টোপোলাৰ পৰা এটি আঙ্গঠি বাহিৰ কৰে ]

হীৰা—বাঃ। এইটো কেনে সুন্দৰ আঙঠি। প্ৰশান্ত। এইটো মই পিন্ধো। [ পিন্ধে ]

প্ৰশান্ত—ৰূপচিং! ৰূপচিং! ক'ত পালা? ক'ত পালা এই আঙঠিটো?

ৰূপচিং—এজন ধনী বেপাৰীক লুট কৰি। কিয়?

প্ৰশান্ত—ক'ত সেই ধনী বেপাৰী?

ৰূপচিং—এতিয়া মানে বহুদূৰ পালেগৈ। তিনি চাবুক লগোৱাতেই আধা মৰা হৈ পলাইছে।

প্ৰশান্ত—হীৰা। হীৰা। আঙঠিটো মোক দিয়া।

হীৰা—তোমাৰ হল কি?

প্ৰশান্ত—মোৰ মূৰ ঘূৰিছে। মোৰ মূৰ ঘূৰিছে। মায়া! মায়া!!

[ প্ৰস্থান ]

হীৰা—প্ৰশান্ত। প্ৰশান্ত। [ প্ৰস্থান ]

ৰূপচিং— হীৰা! হীৰা!! [ প্ৰস্থান ]

—০:*:০—

## দ্বিতীয় দৃশ্য

### বীৰচিঙৰ ঘৰ

[ বীৰচিং, প্ৰশান্ত, ৰূপচিং, সুদৰ্শন, ]

বীৰচিং—প্ৰশান্ত। আজি ইমান দিনলৈ তুমি মোৰ আশ্ৰয়ত থাকিলা, কিন্তু তোমাৰ মুখত কোনো দিনেই এটি আনন্দৰ হাঁহি দেখা নাপালো। মই বহুদিনৰ পৰাই তোমাক কোৱা নাই যদিও, ভালকৈ লক্ষ্য কৰি আহিছো। তোমাৰ মুখলৈ চালেই মোৰ ভাব হয়, যেন তুমি মণি-হেৰোৱা ফণীৰ নিচিনা কিবা এটা। কোৱাচোন, তোমাৰ অন্তৰত কি দুঃখ। যদি পাৰো তোমাৰ দুঃখ মোচন কৰিবলৈ চেষ্টা কৰিম।

প্ৰশান্ত—চৰ্দ্দাৰ, কোনে বুজিব সেই কথা। কাকেই বা কম। মুঠতে ধৰি লওক মই এজন সৰ্ব্বহাৰা আৰু আপোনাৰ আশ্ৰিত।

[ সুদৰ্শনক ৰূপচিঙে বান্ধি আনে ]

ৰূপচিং—চৰ্দ্দাৰ, এই মানুহ জনক অসময়ত, আমি পানী খোৱা সৌ নদীৰ পাৰত দেখা পাই সন্দেহ কৰি বান্ধি লৈ-আহিছো। প্ৰশ্ন কৰাত উত্তৰ দিলে যে ই কোনোবা ৰাজ-কোঁৱৰক বিচাৰি আহিছে।

সুদৰ্শন—[আচৰিত হৈ] প্ৰশান্ত! তুমি ইয়াত? তোমাক বিচাৰি বিচাৰি আহোতে মোক ইহতে বান্ধি আনিছে। সৰ্ব্বনাশ হৈছে ভাই, সৰ্ব্বনাশ হৈছে। তোমাৰ পিতাক

সেনাপতি অজিতসিংহই ষড়যন্ত্র কৰি হত্যা কৰিছে। ৰাজ্যৰ সকলো মুখীয়ালৰ মতামত উপেক্ষা কৰি নিজেই ৰজা বুলি ঘোষণা কৰিছে।

প্ৰশান্ত—[ কান্দি ] কি ? মোৰ দেউতাক হত্যা কৰিছে ? কি সংবাদ দিলা সেনাপতি। মই যে বিশ্বাস কৰিব পৰা নাই। ওঃ ওঃ।

বীৰচিং—ৰূপচিং ! এওঁৰ হাতৰ বান্ধ খুলি দিয়া। [বান্ধ খুলি দিয়ে]

সুদৰ্শন—সচা কৈছো কোঁৱৰ। মোক বিশ্বাস কৰা। গোটেই ৰাজ্যত এতিয়া হাহাকাৰ। সকলোৱে কৈছে কোঁৱৰক পালে আমি এতিয়াই ৰজা পাতিলো হেতেন। এতিয়া আৰু কথা কবৰ সময় নহয়। পিচত সকলো জানিবা, তুমি মোৰ লগতেই আহা— অন্যায়ৰ প্ৰতিশোধ লও।

প্ৰশান্ত—মায়াৰ খবৰ কি সেনাপতি ?

সুদৰ্শন—মায়া এতিয়াও কাৰাগাৰতেই আছে। তাইৰ অৱস্থা দেখিলে চকুৰেদি তপত লো বই যায়। মায়াই তোমাৰ কাৰণে জীৱনৰ শেষ নিশ্বাসত উপনীত হৈছে আৰু তুমি কাপুৰুষৰ দৰে পলাই ফুৰাটো অন্যায় হোৱা নাইনে ?

প্ৰশান্ত—মায়া ! মায়া !! তোমাৰ এই দশা। হায় ভগবান।

বীৰচিং—মই এতিয়া সকলো অনুমান কৰিব পাৰিছো। প্ৰশান্ত, তুমি আগেয়ে তোমাৰ সম্পূৰ্ণ পৰিচয় দিলে কেতিয়াও এনে নহল হেতেন। সেনাপতি ! এতিয়া আমাৰ কৰ্ত্তব্য কি ?



সুদৰ্শন—চৰ্দ্দাৰ, আমি এই অন্যায়ৰ প্ৰতিশোধ লম। কোঁৱৰক পালো যেতিয়া আমি যুদ্ধ কৰিম। আপুনিও আমাক সহায় কৰক।

বীৰচিং—নিশ্চয় কোঁৱৰক সহায় কৰিম।

সুদৰ্শন—বলক তেনেহলে কালিয়েই যুদ্ধ যাত্ৰা কৰোঁগৈ। এই অন্যায়ৰ প্ৰতিশোধ লওঁ।

প্ৰশান্ত—উঃ মোৰ বুকুৰ ভিতৰত জুই জ্বলিব ধৰিছে। চৰ্দ্দাৰ, মোক আপুনি সহায় কৰক। বলক, আমি কালিয়েই যুদ্ধ যাত্ৰা কৰোঁগৈ। নহলে পিচলৈ নতুন বিপদো আহিব পাৰে।

বীৰচিং—ঠিক কথা। মোৰো সেয়েই মত। এতিয়া আৰু বিলম্ব কৰি লাভ নাই। বলা তেনেহলে অলপ বিশ্ৰাম লৈ এতিয়াই ঘোৰা সজোৱাৰ ব্যৱস্থা কৰোঁগৈ।

[ সকলোৰে প্ৰস্থান ]

## তৃতীয় দৃশ্য

### ৰণ ক্ষেত্ৰ

[ অজিতসিংহ, বীৰচিং, সুদৰ্শন, প্ৰশান্ত আৰু সৈনিকসকল ]

অজিত—এতিয়া কি কৰো ? ৰাজ্যৰ এনে বিশৃঙ্খল অৱস্থাত মোক দলে-বলে আহি আক্ৰমণ কৰিছে। ৰাজ্যৰ বেছি ভাগ মানুহেই কোঁৱৰৰ পক্ষ লৈছে। মোৰ এই অলপীয়া সৈন্যেৰে কেনেকৈ নিজকেই ৰক্ষা কৰো। মই যে নিচেই শক্তিহীন।

[ দুবৈত কামানৰ শব্দ আৰু কোৰঁৰৰ জয়ধ্বনি ]
গৌৰা, গৌৰা, কামানৰ নিনাদ গৰ্জন বিপুল জয়ধ্বনি।
কলৈ যাও ? নাই ! কোনো উপায় নাই।

[ আকৌ কামানৰ শব্দ আৰু জয়ধ্বনি ]

ওঃ। নিচেই ওচৰ পালেহি। কি কৰোঁ। কোন পথেৰে পলাও ?

[ বীৰচিঙৰ প্ৰবেশ ]

বীৰচিং—কত পলাবি, কত পলাবি নৰকৰ কীট। যুদ্ধ কৰি বীৰৰ দৰে প্ৰাণ ত্যাগ কৰ। অস্ত্ৰ ধৰ।

অজিত—কোন তই কাপুৰুষ ? নাজাননে মোৰ নাম অজিতসিংহ ?

বীৰচিং—অজিতসিংহ ? হাঃ হাঃ হাঃ। অজিতসিংহ, অস্ত্ৰ ধৰ।

[ যুদ্ধ আৰু অজিতসিংহৰ পলায়ন ]

[ সুদৰ্শনে এজন সৈনিকক যুদ্ধ কৰি কৰি খেদি নিয়ে ]

[ প্ৰশান্তই চাওদাঙৰ লগত যুদ্ধ কৰি হত্যা কৰে ]

প্ৰশান্ত—পাপৰ প্ৰায়চিত্ত ! পাপৰ প্ৰায়চিত্ত। হাঃ হাঃ হাঃ !

[ প্ৰস্থান ]

[ যুদ্ধৰ লগে লগে কামানৰ আৱাজ হৈ থাকে ]

## চতুৰ্থ দৃশ্য

**ৰাজকক্ষ**

[ বীৰচিং অজিত, লীলা ]

লীলা— ছুৰী ছুৰী কোন আছা মোক ৰক্ষা কৰা। মোৰ প্ৰাণ যায়। মহাৰাজ ! মোক অকলে এৰি আপুনি কলৈ



গুচি গল ? গৌৰা, নিচেই ওচৰলৈ আহিল। বিন্ধিলে বিন্ধিলে। প্ৰাণ যায় প্ৰাণ যায়। সৌৱা আকৌ কি দেখিছো ! কিম্ভুত কিমাকাৰ কলা মানুহ এটা। মহাৰাজ ! এঃ মোৰ গাতেই সোমাল। মৰিলো। মৰিলো।

[ অদ্ভুত ক'লা মানুহ এটা আবিৰ্ভাব হৈ অদৃশ্য হয়। ]

[ লীলাই পাগলীৰ দৰে নিজেই এখন ছুৰী উলিয়াই নিজৰ বুকুত বহুৱাই দিয়ে আৰু বাগৰি পৰে ]

অজিত—[ দৌৰি আহি ] কি হল। কি হ'ল ৰাণী। ওঃ বাস্তবতেই তুমি ভুতৰ ৰাজ্যত সোমাইছিলা।

[ কান্দি কান্দি ]

মোক কিয় এৰি গলা লীলা। মোকো লৈ যোৱা। মোক ৰাজ্য নালাগে ৰাজত্ব নালাগে। সংসাৰৰ কোনো সুখ নালাগে। লাগে মৃত্যু। লাগে শ্মশান। মোকো এই মহাশ্মশানৰ পৰা মহা শান্তিৰ ৰাজ্যলৈ নিয়া। তুমি অভিমান নকৰিবা ! লীলা ! এবাৰ মাতা ! মাত্ৰ এবাৰ ! তোমাৰ ল্যাহৰি কণ্ঠস্বৰ......বুজিলো। এইয়ে পাপৰ প্ৰায়চিত্ত। ৰোগৰ ঔষধ। অতি লোভৰ পৰিণাম। হে পৃথিবীৰ মানব, কোন কত আছা। এবাৰ শুনা মোৰ বাণী সকলোৱে। কোনোবাই যদি ভাবা ভগবান নাই, যদি ভাবা পাপৰ প্ৰায়চিত্ত নাই, যদি ভাবা অধৰ্মৰ পতন নাই—তেনেহলে মহা ভুল কৰা হব। কাৰণ মই নিজেই বিশ্বাস নকৰিছিলো। কিন্তু নিজৰ গাতেই সকলো ফলিয়ালে। মই সৰ্ব্বগ্ৰাস কৰিবলৈ গৈ সৰ্ব্বহাৰা হলো। লীলা—লীলা।

[ বীৰচিঙৰ প্ৰবেশ ]

বীৰচিং—ক'ত পলাই সাৰিবি নৰপিশাচ। যুদ্ধ কৰ। নহলে···—

অজিত—নহলে কি কৰিবা চৰ্দ্দাৰ। এই চোৱা মই বুকুপাতি দিছো। হত্যা কৰা। মোৰ পাপৰ প্ৰায়চিত্ত কৰা। তুমি মোক মাৰিবলৈ যিমান ইচ্ছা কৰা তাতোকৈ মৰিবলৈ মই বেছি ইচ্ছা কৰো। মোক হত্যা কৰা।

বীৰচিং—কাপুৰুষ, তোৰ ইমানেই প্ৰাণৰ মমতা? প্ৰাণ বচাবৰ বাবে ইমান ফাকি কত শিকিলি? মৰিবৰ যদি ইমানেই ইচ্ছা তেন্তে বীৰৰ দৰে যুদ্ধ কৰি মৰ।

অজিত—ঠিক্ কৈছা ভাই। মই যুদ্ধ কৰি বীৰৰ দৰে মৰিম। বাক! অস্ত্ৰ লোৱা।

[ যুদ্ধ কৰে ]

বীৰসিং—এই ল অভিসন্ধিৰ উপযুক্ত পুৰস্কাৰ

[ অজিত পৰি যায় ]

অজিত—অভিসন্ধি মোৰ সিদ্ধ হৈছিল, কিন্তু স্থায়ী কৰিব নোৱাৰিলো। উঃ। ভৰ যন্ত্ৰণা [ মৃত্যু ]

বীৰসিং—বৰ যন্ত্ৰণা। হাঃ হাঃ হাঃ। বৰ যন্ত্ৰণা হাঃ হাঃ হাঃ

[ প্ৰস্থান ]

—পটপৰে—

## পঞ্চম দৃশ্য

—কাৰাগাৰ—

[ মায়া, প্ৰশান্ত, হীৰা ]

মায়া—যিমানেই মৰণৰ বাবে হাবিয়াস কৰি, ভগবানক কৰযোৰ কৰিছো, সিমানেই মৰণ আতৰি পলাইছে, যেন মৰুভূমিত পানী-বিচাৰিছো, আৰু কিমান দিন এইদৰে ৰাখিবা প্ৰভু! মোক লাগে মৃত্যু। ইহজনমত মই তেওঁক নাপালো। কিজানি মৃত্যুৰ পিচত পৰজনমত পাওঁৱেই। মোৰ আশা পূৰ্ণ হবনে?

[ হীৰা আৰু প্ৰশান্তৰ প্ৰবেশ ]

প্ৰশান্ত—মায়া! মায়া!! মোৰ কাৰণে তোমাৰ এই দশা?

মায়া—কোন? কোনে কাক মাতিছে? যমদুত?

প্ৰশান্ত—যমদূত নহয় মায়া! মই অভাগা প্ৰশান্ত! এই চোৱা মই আহিছো।

মায়া—প্ৰশান্ত! প্ৰশান্ত! তুমি? তুমি?

[ হীৰাক দেখি সন্দেহ কৰি ]

প্ৰশান্ত! বুজিলো। পুৰুষৰ বিশ্বাস নাই। তোমাৰ কাৰণে মই সৰ্ব্বহাৰা হৈ দিনৰ পিচত নিশা, নিশাৰ পিচত দিন এই নিদাৰুণ কাৰাগাৰত নিকাৰ ভুগিছো আৰু তুমি কৰিছা কি? সকলো পাহৰি, কামত মোহ গৈ নতুন সঙ্গিনীৰ প্ৰেমত আসক্ত। আৰু জুইত ঘিউ ঢালিবলৈ আহিছা মোৰ কাষলৈ?

ভাল কৰিছা প্ৰশান্ত ! এয়েনে পুৰুষৰ প্ৰেম ? এয়েনে পুৰুষৰ ভাল পোৱা ? এয়েনে পুৰুষৰ প্ৰতিজ্ঞা ? ছিঃ ছিঃ যোৱা প্ৰশান্ত ! গুচি যোৱা । প্ৰেম কৰাগৈ । তুমি সেই ৰাজপুত্ৰ নোহোৱা । সেই ৰাজপুত্ৰ মৰিছে মৱো মৰিলে তেওঁক লগ পাম । হায় বিধাতা ।

প্ৰশান্ত—মায়া ! মায়া !!

হীৰা–[ মায়াৰ কাষলৈ গৈ ] ভুল বুজিবা ভনীটি । আমাক তিৰস্কাৰ নকৰিবা । প্ৰশান্তৰ হৃদয় মায়াৰ বাহিৰে অইন কোনোৱে জয় কৰিব পৰা নাই মোক বিশ্বাস কৰা ।

মায়া—বিশ্বাস ? দৃশ্য দেখিয়েই মই সকলো বিশ্বাস কৰিছো । মনত পৰেনে কোঁৱৰ সেই নদীৰ ঘাটত দিয়া উপহাৰৰ কথা । সেই উপহাৰ কাৰ হাতত জিলিকিছে বৰ্ত্তমান। ইয়াতকৈ উজ্জ্বল প্ৰমাণ আৰু তোমাক কি লাগে ?

প্ৰশান্ত—মায়া ! মায়া !! মই নিৰ্দ্দোষী । মোক ভুল বুজিবা, মোক বিশ্বাস কৰা ।

মায়া—কৰিলো হেতেন যদি এই কথাটো পুৰুষে নকৈ নাৰীয়ে কলে হেতেন । পুৰুষ বৰ ভয়ানক । পুৰুষৰ বিশ্বাস নাই ।

হীৰা –তেন্তে মই কওঁ শুনা ভনীটি । কোঁৱৰ পবিত্ৰ । তেওঁ তোমাৰ উপযুক্ত স্বামী আৰু তুমিও তেওঁৰ উপযুক্তা পত্নী । এই মুহূৰ্ত্তে তোমাক প্ৰমাণ দেখুৱাই দিম । মোৰ অনুৰোধ ৰাখা ।

[ কাৰাগাৰৰ পৰা উলিয়াই আনে মায়াই আহো-নাহোকৈ আহে ]



এই লোৱা তোমাৰ বস্তু !

[হীৰাৰ আঙ্গুলিৰ পৰা আঙঠি গোলোকাই মায়াক পিন্ধায়]

প্ৰশান্ত এই লোৱা তোমাৰ আঁচলৰ ধন । মায়া! এই লোৱা তোমাৰ প্ৰাণৰ জুৰণি ।

[ দুয়োৰো হাত লগ লগাই দিয়ে ]

চন্দ্ৰ সূৰ্য্য বায়ু অগ্নি
সাক্ষী হোৱা সবে
চাই যোৱা মধুৰ মিলন
আশীৰ্ব্বাদ কৰা সবে
ফুলেৰে বৰষি
চিৰমধু হয় যেন দুটীয়া জীৱন ॥

[হীৰাৰ নিৰ্দ্দেশ মতে দুয়ো দুয়োকো মালা পিন্ধায় আৰু প্ৰশান্তক মায়াই প্ৰণাম কৰে ]

হীৰা– মায়া ! প্ৰশান্ত !! আজি জীৱন-জিনা আনন্দৰ দিন । এই সপোনভঙা আনন্দতেই মই মতলীয়া হৈছো ।

[ কান্দাৰ দৰে হয় ]

প্ৰশান্ত— হীৰা, তোমাৰ চকুত পানী ওলাইছে কিয় ? বুজিছো ।

হীৰা— নাৰীৰ কথা তুমি কি বুজিবা প্ৰশান্ত । এইয়া আনন্দৰ চকু পানী । তোমালোকক পুনৰ্মিলন কৰি দি মই আজি আনন্দতে আত্মহাৰা হৈছো । আজি এই জীবন জিনা আনন্দৰ দিনত তোমালোক দুয়ো মোৰ এটি নৃত্য-গীত শুনা । মোৰ নৃত্য-গীত কৰিবলৈ বৰ মন গৈছে । মই যেন আজি এটি অলৌকিক নৃত্য-ভঙ্গিমাৰ সন্ধান পাইছো

[ হীৰাৰ নৃত্য গীত ]

—গীত—

তাল—দাদ্ৰা

সপোনৰ ভুল— ভাঙিল মোৰ
কৰিলো মৰণ জয় ।
নাই নাই ভয় নাই শঙ্কা
জীৱন কৰিলো জয়
( মই ) মৰণ কৰিলো জয় ॥
মই তুমুল তুফান বা
মোৰ বজ্র কঠিন গা
(মোৰ) জীৱন জিনা গান—মই প্ৰলয় বিজুলী বাণ
জয় মোৰ আজি প্ৰাণত বাজে
জয় মোৰ আজি জয়
নাই নাই ভয় নাই শঙ্কা
জীৱন কৰিলো জয়
(মই) মৰণ কৰিলো জয় ॥

[ গীত গাই গাই হঠাতে নিজৰ বুকুত ছুৰী বহুৱাই দি চেতনা হীন হৈ বাগৰি পৰে ]

প্ৰশান্ত, মায়া—হীৰা, হীৰা, কি কৰিলা ? কি কৰিলা ?

হীৰা—প্ৰশান্ত! তোমাৰ এটি পদধূলি মোক দান কৰা । সেইয়ে মোৰ হব মৰণৰ দেৱ-নিৰ্মালি—ইহজনমৰ সাধনাৰ ফল— পৰজনমৰ আশাৰ বন্তি। মৰণৰ শেষ নিশ্বাসৰ আগেয়ে



এবাৰ, মাত্ৰ এবাৰ মোৰ মুখলৈ একেথিৰে চাই থাকা ; মোৰ চকুৰ লগত তোমাৰ চকুযুৰি মাত্ৰ এখন্তেক সময় মিলাই দিয়া । তাতেই মই বিচাৰি পাম জগতৰ সকলো আনন্দ—সকলো উপভোগ । তাতেই দেখিম প্ৰভাতৰ ৰঙ্গা বেলি । নীল গগনৰ ৰামধনু ।

প্ৰশান্ত—[ কান্দি ] হী ...... ৰা ।

মায়া—[ কান্দি ] হীৰা ! তুমি দেৱী নে মানৱী ?

হীৰা— ওখ আসন মোক নেলাগে । ভগবানক শেষবাৰলৈ খাটো তোমালোকৰ সংসাৰ জয় জয় ময় ময় হওক । ভনীটি ! তুমিয়েই কোঁৱৰৰ একমাত্ৰ অধিকাৰী । মোতকৈ তুমি অনেক কষ্ট আৰু গ্লানি সহ্য কৰিছা । মই আজি আনন্দিত মোৰ কোনো দুখ নাই ।

মায়া— হীৰা তোমাৰ এই মহান ত্যাগ জগতৰ বুৰঞ্জীত চিৰ স্মৰণীয় হৈ থাকিব ।

হীৰা— মানুহে মানুহৰ কাৰণে যুগে যুগে ত্যাগ স্বীকাৰ কৰি কৰি আহিছে। ই এটা মোৰ সামান্য উদাহৰণ মাত্ৰ [মৃত্যু]

মায়া, প্ৰশান্ত— হীৰা, হীৰা ।

## যৱনিকা পতন

—ঐক্যতান—

—প্ৰাপ্তিস্থান—

নিউপ্ৰেছ— গুৱাহাটী (অসম)

গ্ৰন্থকাৰ— পোঃ আমিনগাওঁ, কামৰূপ (অসম)

আৰু

প্ৰায় বোৰ কিতাপৰ দোকানতে

"বিপ্লবী বীৰ" পোৱা যায়।

